# গাধৰ আত্মজীৱনী

## কৃষণ চন্দৰ

অনুবাদ

দিলীপ তালুকদাৰ



কামৰূপা প্ৰকাশন
নৱগ্ৰহ ৰোড
গুৱাহাটী-৩

'GĀDHAR ĀTMAJIVANI'-A novel by Krishan Chandar, (Hindi original EK GĀDHE KI ĀTMAKATHĀ) translated into Assamese by Dilip Talukdar, published by Anil Kumar Deka, Kamrupa Prakashan, Nabagraha Road, Guwahati-781003. First published October 1991: Price Rs. 25·00 only.

---

প্ৰথম প্ৰকাশ : অক্টোবৰ ১৯৯১

অনুবাদ : দিলীপ তালুকদাৰ

প্ৰকাশক : শ্ৰীঅনিল কুমাৰ ডেকা
কামৰূপা প্ৰকাশন
নৱগ্ৰহ ৰোড
শিলপুখুৰী
গুৱাহাটী-৭৮১ ০০৩

বেটুপাত : ত্ৰৈলোক্য দত্ত

অঙ্গসজ্জা : পদ্ম সিংহ

মূল্য : পঁচিশ টকা মাত্ৰ

মুদ্ৰাকৰ : প্ৰবাহিকা প্ৰিণ্টাৰ্ছ
কালীপুৰ
গুৱাহাটী-৭৮১ ০০৯

# অৰ্পণ

সিদ্ধাৰ্থ (মিণ্টু)

আৰু

গীতাৰ্থ (গীতু) লৈ

মৰম আৰু আশিষেৰে—

ভাওৰ মামা

৫।১০।৯১

# মোৰ এষাৰ

আন্তৰ্জাতিক কথাশিল্পী কৃষণ চন্দৰ সদায়ে জনমুখী। সামাজিক বাস্তৱতা, প্ৰেম-প্ৰীতি, মানৱতাবাদ মুখ্যতঃ তেওঁৰ লিখনীৰ দীপশিখা; একোটি ৰক্তকমল। বিশিষ্ট সাহিত্যিক মহেন্দ্ৰৰ নাথে কৈছিল—'এইজনা মহান লেখকৰ যি চমকপ্ৰদ প্ৰতিভাৰ স্ফুৰণ ঘটিছিল সি যি কোনো দেশৰ বাবেই গৌৰৱ। শোষিত, নিপীড়িত মানুহৰ সপক্ষে অক্লান্ত সৈন্যৰ দৰে কলমক তেওঁ হাতিয়াৰ স্বৰূপে ব্যৱহাৰ কৰিছিল। তেওঁৰ ৰচনাশৈলী ইমান স্বচ্ছল, স্বতঃস্ফূৰ্ত আৰু সুন্দৰ যে ই যি কোনো দেশৰ বাবেই গ্ৰহণীয়।' ব্যংগ ৰচনা এইজনা লেখকৰ এক নতুন ঝংকাৰ, তেখেতৰ 'জামুগছ', 'দাঁত', 'মন্ত্ৰীৰ অসুখ', 'মহাৰাজ ইন্দ্ৰৰ দূত', 'বেঙেনা', 'কুত্তা প্লেনিং', 'মেকুৰী আৰু মন্ত্ৰী', 'মুগৰ দাইল', 'পুৰণি ঈশ্বৰ', 'ভৈৰৱ মন্দিৰ লিমিটেড', 'কেৰাচিন তেল' ইত্যাদি একোটি ব্যংগাত্মক গল্প—যাৰ মাজেৰে প্ৰতিভাত হৈছে ঘুণে ধৰা সমাজ ব্যৱস্থা, বৰ্ণ বিভক্ত সমাজৰ সুবিধাবাদীৰ নানা ক্ৰিয়া-কৌশল। এইজনা মহান লেখকৰ এখন ব্যংগাত্মক উপন্যাস প্ৰকাশ কৰাৰ এক গভীৰ ইচ্ছা আছিল। ইতিমধ্যে তেখেতৰ ভালে সংখ্যক গল্প বিভিন্ন কাকতে-পত্ৰই প্ৰকাশ পাইছে—এখন নিৰ্বাচিত গল্প সংকলনো প্ৰকাশ হৈছে। এই উপন্যাসখন মাহেকীয়া আলোচনী 'ৰংঘৰ'ত ধাৰাবাহিক ৰূপে প্ৰকাশ পাইছিল। এই ছেগতে ৰংঘৰৰ সম্পাদনাৰ লগত জড়িত সদৌটিলৈকে আন্তৰিক কৃতজ্ঞতা জনালোঁ।

কৃষণ চন্দৰৰ একমাত্ৰ পুত্ৰ ৰঞ্জন চোপ্ৰাই প্ৰকাশৰ অনুমতি প্ৰদান কৰাত তেওঁলৈ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ। লগতে কৃতজ্ঞতা থাকিল সৰ্বশ্ৰী অৰুনী চক্ৰবৰ্তী, ৰবীন্দ্ৰ বৰা, পৰমেশ শীল, ডঃ শ্যামাপ্ৰসাদ শৰ্মা, লক্ষ্মী দাস, উৎপল দত্ত, বিদ্যুৎ বিকাশ ভূঞা, ৰাজেন বৰদলৈ, ৰাজেশ্বৰ ডেকা, পদ্ম সিংহ, মনোজ ভট্টাচাৰ্য, ধনঞ্জয় শৰ্মা, নৱজিৎ পাটোৱাৰী, জয়ন্ত দাস, ললিত নাথ, দুলাল শৰ্মা (দুলু), জয় শৰ্মা, মলিন কলিতা, আব্দুল জলিল আৰু প্ৰেছৰ সমূহ কৰ্মীবৃন্দলৈ।

অজ্ঞাতে বৈ যোৱা ভুল-ভ্ৰান্তিৰ বাবে পঢ়ুৱৈ সমাজৰ কাষত ক্ষমা মাগিলোঁ। পাঠক সমাজে পুথিখন আন্তৰিকভাবে গ্ৰহণ কৰিলে মোৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম। নমস্কাৰ।

দিলীপ তালুকদাৰ



## এইখিনি পঢ়িলে বহুতৰে উপকাৰ হ'ব

হে মহানুভৱ! মই কোনো সাধু সন্ন্যাসী, কোনো মহাত্মা-ধৰ্মাত্মা, কোনো ১০৮ স্বামী গহমানন্দৰ শিষ্য, কোনো বনৌষধ বেচা সিদ্ধ পুৰুষ গুৰুমুখ সিং মজেলা নহওঁ। মই কোনো বৈদ্য, ডাক্তৰ বা কোনো চিনেমাৰ নায়ক নহওঁ। মই ৰাজনীতিজ্ঞও নহওঁ। ল'ৰালি কালৰ দুষ্কৰ্মৰ বাবে বাতৰি কাকত পঢ়াৰ মাৰাত্মক অসুখ হোৱা মই মাত্ৰ এটা গাধ। ক্ৰমাৎ মোৰ সেই অসুখ বাঢ়ি বাঢ়ি এনে এটা অৱস্থা পালেগৈ যে মই ইটা কঢ়িওৱা কাম বাদ দি কেৱল বাতৰি কাকত পঢ়া আৰম্ভ কৰিলোঁ।

সেই সময়ত বাৰাবাংকীৰ গাধ বৰ প্ৰসিদ্ধ আছিল আৰু সেই বাৰাবাংকীৰে বাসিন্দা ধৰবু কুমাৰ মোৰ মালিক আছিল। মই চৈয়দ কৰামত আলিচাহ বাৰ-এট-লৰ অট্টালিকাত ইটা কঢ়িওৱা কাম কৰিছিলোঁ। চৈয়দ কৰামত আলিচাহ লক্ষ্ণৌ চহৰৰ এজন প্ৰসিদ্ধ বেৰিষ্টাৰ। তেওঁ পৈত্ৰিক নগৰ বাৰাবাংকীৰ এটা চমৎকাৰ অট্টালিকা নিজৰ তত্ত্বাবধানত নিৰ্মাণ কৰিছিল। চৈয়দ চাহাবৰ পঢ়া-শুনালৈ বৰ ধাউতি আছিল। সেইবাবে চৈয়দ চাহাবে নিজৰ অট্টালিকাৰ যি অংশ সৰ্বপ্ৰথমে নিৰ্মাণ কৰি উলিয়ালে তাত এটা পুথিভঁৰাল আৰু পঢ়া কোঠা সজালে। ৰাতিপুৱা তেখেতে সদায় পঢ়া কোঠাত বহাৰ অভ্যাস

কৰিলে। তেখেতে বাহিৰৰ বাৰাণ্ডাৰ চকীত বহি বাতৰি কাকত পঢ়ি ইটা তোলা কাৰ্যৰো তদাৰক কৰিছিল। আৰু সেই সময়ত মোৰ ইটা তোলাৰ সলনি বাতৰি কাকত পঢ়াৰ অভ্যাস হয়। শেহত এনে হ'লগৈ যে মই ওখ দেৱালৰ তলত ইটাবোৰ পেলাই থৈ সিপিনে বেগাই পঢ়া কোঠালৈ গুচি যাওঁ। বেৰিষ্টাৰ ডাঙৰীয়া বাতৰি কাকত পঢ়াত ইমানেই মগ্ন হৈ থাকে যে মোৰ উপস্থিতিৰ কোনো উমানেই নাপায় আৰু মই তেখেতৰ পিছত থিয় হৈ বাতৰি কাকত পঢ়োঁ।

মোৰ এই অভ্যাসটো বাঢ়ি গৈ শেষত এনে হ'লগৈ যে মই সদায় বেৰিষ্টাৰ ডাঙৰীয়াতকৈ আগেয়ে বাতৰি কাকত পঢ়িবলৈ উপস্থিত হওঁ। শেহত এনে হ'লগৈ যে বাতৰি কাকতৰ প্ৰথম পৃষ্ঠা মই পঢ়িবলৈ লওঁ আৰু তেখেতে চিনেমাৰ বিজ্ঞাপন ভৰা পৃষ্ঠা পঢ়িবলৈ ধৰে। মই কওঁ— 'আহ! আইজন হাৱাৰ, বুল্‌গানিনে পুনৰ সাক্ষাৎ কৰিব' আৰু তেখেতে কয়— 'আহা, হজৰতগঞ্জত দিলীপ কুমাৰ আৰু নিম্মিৰ নতুন চিনেমা আহিব ধৰিছে। মই যেতিয়া কওঁ— 'চিকন্দিয়াৰ বিমান দুৰ্ঘটনাত বাৰজন যাত্ৰী নিহত হৈছে।' তেখেতে কয়— 'বাপৰে বাপ। সোণৰ দাম পুনৰ বাঢ়িল।' বচ, এইদৰে আমাৰ মাজত কথোপকথন চলি থাকে।

সেইখিনি সময়তে মোৰ গৰাকীয়ে ইটা গণনা কৰি মোক মিস্ত্ৰীৰ জিম্মাত থৈ উভতি যায়। মোৰ পিঠিত চাবুকেৰে বৰ জোৰেৰে একোব লগাই মোক ইটা তোলা কামলৈ পুনৰ লৈ যায়—বেৰিষ্টাৰ ডাঙৰীয়াই কিন্তু তেতিয়া একোকে নকয়। দ্বিতীয়বাৰ মই যেতিয়া উভতি আহোঁ তেতিয়া তেখেতে বাতৰি কাকতৰ অন্য পৃষ্ঠা মোক দিয়ে আৰু যেতিয়া মোৰ পঢ়া সম্পূৰ্ণ হয় তেতিয়া তেখেতে ভিতৰৰ পুথিভঁৰালৰপৰা কিবা পুথি এখন উলিয়াই আনি ডাঙৰকৈ পঢ়া আৰম্ভ কৰে।

চৈয়দ ডাঙৰীয়াৰ কৃপা দৃষ্টিতেই মই পঢ়িবলৈ আৰু কথা ক'বলৈ শিকিলোঁ। কিয়নো চৈয়দ ডাঙৰীয়াৰ বাতৰি কাকত আৰু কিতাপ-পত্ৰ

উচ্চস্বৰেৰে পঢ়া আৰু পঢ়াৰ পিছত অৰ্থ ভাঙনি কৰাটো এটা বেয়া অভ্যাসত পৰিণত হৈছিল। কিন্তু সেই ঠাইত তেখেতৰ সেই অভ্যাসৰ বাবে প্ৰতিবাদ কৰোঁতা কোনো নোলাল। কাৰণ অঞ্চলটোৰ প্ৰতিজন মানুহৰে নিজা নিজা কাম আছিল। মোৰ দৰে কথা পাতিব পৰা এটা গাধ পাই তেখেতে বৰ ভাল পালে। কিয়নো তেখেতে কথা পাতিব পৰা প্ৰাণী এটা বিচাৰিছিল। গাধৰ সলনি এটা শহা পহুও যদি তেখেতে পালেহেঁতেন তেতিয়া হয়তো তেখেতৰ পাণ্ডিত্যৰ প্ৰভাৱত সিও এজন মহা পণ্ডিত হৈ গ'লহেঁতেন। চৈয়দ চাহাবে মোৰ প্ৰতি স্নেহ প্ৰদৰ্শন কৰি প্ৰায়ে কৈছিল—'দুখৰ কথা তুমি এটা গাধ, যদি মানুহৰ সন্তান হ'লাহেঁতেন তেন্তে তোমাক মই নিজৰ সন্তান কৰি ল'লোহেঁতেন।

এদিন ঈশ্বৰৰ কৃপাত চৈয়দ কৰামত আলি চাহৰ অট্টালিকাৰ নিৰ্মাণ কাৰ্য সমাপ্ত হ'ল। ফলত মোৰ আৰু মোৰ গৰাকীৰ কামৰ অন্ত পৰিল। সেইদিনা ৰাতি ধবৰু কুমাৰে তাৰি খাই মোক লাঠীৰে বৰকৈ কোবালে আৰু ঘৰৰ বাহিৰত বান্ধি থৈ দিলে। আনকি সিদিনা মোক ঘাঁহো খাবলৈ নিদিলে। মোৰ দোষ এয়ে আছিল যে মই বৰ কমকৈ ইটা তুলিছিলোঁ আৰু বেছিকৈ বাতৰি কাকত পঢ়িছিলোঁ। কিন্তু ধবৰুৰ মোৰ দৰে বাতৰি কাকত পঢ়া গাধৰ প্ৰয়োজন নাছিল —ধবৰুৰ প্ৰয়োজন আছিল ইটা কঢ়িওৱা গাধহে।

গোটেই নিশাটো মই ভোকে-পিয়াহে জৰ্জৰিত হৈ ধবৰু কুমাৰৰ ঘৰৰ বাহিৰৰ বাৰাণ্ডাত জাৰত ঠেৰেঙা লাগি পৰি থাকিলোঁ। অৱশেষত অনেক ভাবি-চিন্তি ঠিক কৰিলোঁ, পুৱাৰ লগে লগে মই চৈয়দ কৰামত আলি চাহৰ অট্টালিকালৈ যাম আৰু তেখেতক ক'ম যে ইটা তোলা কামত নহ'লেও মোক তেখেতৰ কিতাপ-পত্ৰ কঢ়িওৱা কামতে লগুৱা কৰি ৰাখক। ছেক্সপিয়াৰৰ পৰা আৰম্ভ কৰি বেঢ়ব মুজীলৈ প্ৰত্যেক লিখকবে লিখনি মই পঢ়িছোঁ। তেওঁলোকৰ বিষয়ে মই যিখিনি জানো সেয়া অন্য কোনো গাধই নাজানে। মোৰ সম্পূৰ্ণ আশা আছিল

যে চৈয়দ চাহাবে তুৰন্তে মোৰ মনোবাঞ্ছা পূৰণ কৰিব। কিন্তু ভাগ্যৰ কি বিৰম্বনা চাওক, চৈয়দ চাহৰ অট্টালিকাৰ কাষত উপস্থিত হৈ মই কাষৰ মানুহৰপৰা গম পালো যে মাজনিশা তেখেতৰ অট্টালিকাত এদল দুৰ্বৃত্তই আক্ৰমণ কৰাত প্ৰাণ ৰক্ষাৰ বাবে তেখেত পাকিস্তানলৈ পলাই যায়। দুৰ্বৃত্তইঁতৰ ভিতৰত লাহোৰৰ গন্দা সিং ফলবেপাৰীও আছিল। লাহৰী গেটৰ বাহিৰত তাৰ এখন বিখ্যাত ফলৰ দোকান আছিল আৰু মডেল চহৰত এটা চমৎকাৰ অট্টালিক আছিল। এইবাৰ ঈশ্বৰৰ কৃপাত তাৰ ভাগ্যত চৈয়দ কৰামত আলি চাহব নৱ নিৰ্মিত অট্টালিকাটোও মিলিল।

মই যেতিয়া সেইখিনি পাওঁগৈ তেতিয়া গন্দা সিঙে পুথিভঁৰালৰ সমগ্ৰ কিতাপ-পত্ৰ বাহিৰত দলিয়াই থৈ পুথিভঁৰালটো ফল-মূলেৰে ভৰ্তি কৰি আছিল। চেক্সপিয়াৰৰ পুথি বাহিৰলৈ গ'ল আৰু তৰমুজৰ পাচি ভিতৰত সোমাল। গালিবৰ কবিতা পুথি বাহিৰলৈ দলিয়ালে আৰু মলীহাবাদৰ আম ভিতৰ সুমুৱালে। খলিল জিব্ৰান বাহিৰলৈ ওলাল আৰু নাচপতি ভিতৰ সোমাল। সেইদৰে অফলাতুনৰ ঠাইত শুকান ফল, চুকৰাতৰ ঠাইত আতলচ, জোচৰ ঠাইত জামু, মেমিনৰ ঠাইত মুচম্বী, চেলিৰ ঠাইত মিঠা বগৰী, কিটচৰ ঠাইত চিৰাল, কৃষণ চন্দৰৰ ঠাইত কল, আৰু আহমেদৰ ঠাইত নেমুৱে স্থান পালে।

কিতাপ-পত্ৰৰ এই চৰম দুৰ্দশা দেখি মোৰ চকুলো ওলাল আৰু মই এখন এখনকৈ কিতাপবোৰ পিঠিত বোজাই কৰিবলৈ ধৰিলোঁ। ইতিমধ্যে গন্দা সিঙে বাহিৰলৈ আহি এজন কৰ্মীক ক'বলৈ ধৰিলে— 'এই গাধটোৰ পিঠিত সমগ্ৰ কিতাপ বোজা বান্ধিবা আৰু যদি এবাৰত নহয় তেন্তে আঠ-দহবাৰমান বোজা বোৱাই এই পুথিবোৰ এখন লৰিত দি দিবা আৰু লক্ষ্ণৌ চহৰৰ কচাইশালত বিক্ৰী কৰি দিবা।' অতএব, গন্দা সিঙৰ লগুৱাই সেই কাম নিয়াৰিকৈ সমাপ্ত কৰিলে। মই গোটেই দিনটো কিতাপ-পত্ৰবোৰ বৈ বৈ লৰিত ভৰালোঁ আৰু সন্ধিয়া-পৰত যেতিয়া অন্তিম পুথিখন তুলি ললোঁ তেতিয়া গন্দা সিঙৰ কোনোবা

এজন লগুৱাই মোক এৰি দিলে। মোৰ পিঠিত এডাল চাবুকেৰে একোৰ লগাই সি মোক তাৰপৰা লখিয়াই এৰি দিলে।

মই ভাবিলোঁ যিখন চহৰত পুথি আৰু লিখকসকলৰ এনে অনাদৰ হয় মই সেই ঠাইত থকা উচিত নহয়। সেইবাবে মই সেই ঠাইৰপৰা প্ৰস্থান কৰাৰ সংকল্প ল'লোঁ। নিজ চহৰৰ ৰূপ এবাৰ বিষাদভৰা দৃষ্টিৰে চাই ল'লো, দুই-এডাল ঘাঁহ মুখত দিলো আৰু দিল্লী অভিমুখে যাত্ৰা আৰম্ভ কৰিলো। মনতে ভাবিলো— দিল্লী স্বাধীন ভাৰতৰ ৰাজধানী। কলা, বিদ্যা আৰু ৰাজনীতিৰ কেন্দ্ৰস্থল। তাত কিবা নহয় কিবা প্ৰকাৰে জীৱিকাৰ উপায় নিশ্চয় ওলাব।



## বাৰাবাংকীৰপৰা গাধৰ দিল্লী অভিমুখে যাত্ৰা আৰু সুন্দৰ দিল্লী নগৰৰ বৰ্ণনা

সেই দিনবোৰত সৰু-ডাঙৰ সকলোৰে মুখত 'দিল্লী চলো' শ্লোগান শুনিবলৈ পোৱা গৈছিল। ফলত ময়ো উক্ত শ্লোগানৰ দ্বাৰা প্ৰভাৱিত হৈ দিল্লীলৈ গৈ আছিলো। কিন্তু মই জনা নাছিলোঁ বাটত যে কি ধৰণৰ বিলাই-বিপত্তি হ'ব পাৰে। বাটৰ এঠাইত মই দেখিলো যে এখন সৰু গাঁৱৰপৰা পলাই অহা এজন ডাঢ়িৱালা মুছলমান মোল্লাই কাঁৱলতিৰ তলত এটা টোপোলা লৈ আহি আছিল। মই সহানুভূতি দেখুৱাই তেওঁক নিজৰ পিঠিত বহুৱাই লৈ বৰ বেগেৰে সেই ঠাইৰপৰা লৈ গ'লোঁ যাতে সেই গাঁৱৰ দুৰ্বৃত্তইঁতে তেওঁৰ পিছ ল'ব নোৱাৰে। ফলত তেওঁ দুৰ্বৃত্তইঁতৰ সমুখত পৰিবলগীয়া নহ'ল। লগে লগে মোৰ

মন প্ৰসন্নতাৰে ভৰি পৰিল, এই ভাবি যে মোৰ বাবেই এজন নিৰ্দোষী লোকৰ প্ৰাণ ৰক্ষা পৰিল। এনেতে মই দেখিলো যে বহু সংখ্যক দুৰ্বৃত্তই বাট বন্ধ কৰি থৈছে।

এজন দুৰ্বৃত্তই আমাক দেখি ক'লে—'এই বদমাচ মুছলমানলৈ চোৱা! নাজানো ভাই ই কোন হিন্দুৰ গাধ চুৰ কৰি আনিছে।' মুছলমান মোল্লাজনে নিজৰ জীৱন ৰক্ষাৰ বাবে বহুতো কাকুতি-মিনতি কৰিলে। কিন্তু কোনেও তেওঁৰ কাকুতি নুশুনিলে। দুৰ্বৃত্তইতে তেওঁক মৃত্যুৰ ঘাটলৈ ঠেলি দিলে। মোক এজন দুৰ্বৃত্তই বান্ধি নিজৰ ঘৰলৈ লৈ গ'ল।

আমি যেতিয়া আগবাঢ়িলো তেতিয়া বাটত কেইখনমান মুছলমান গাওঁ পালো। ইয়াৰপৰা অন্য এদল দুৰ্বৃত্ত ওলাই আহিল। এজনে ক'লে— দেখিলা, এই গাধটো বেচেৰা কোনোবা মুছলমানৰ যেন লাগিছে। সেই বাবে ইয়াক এনেকৈ ঘেৰি লৈ গৈছে। তেওঁ জীৱন ৰক্ষাৰ বাবে বহুতো অনুনয় বিনয় কৰিলে, কিন্তু কোনেও তেওঁৰ প্ৰাৰ্থনা নুশুনিলে আৰু তেওঁৰো জীৱনৰ ইতিৰেখা পৰিল। ইপিনে এজন মৌলবী চাহাবৰ জিম্মাত মই থাকিবলগীয়া হ'ল। তেওঁ মোক ৰচীৰে বান্ধি মচজিদ অভিমুখে লৈ গ'ল। বাটত মই মৌলবী চাহাবৰ আগত বৰ কাতৰ মিনতি জনালো :

মই— প্ৰভু! মোক এৰি দিয়ক।

মৌলবী— এয়া কেনেকৈ হ'ব? তুমি এটা লুটৰ মাল।

মই— হুজুৰ! মই লুটৰ মাল নহয়। প্ৰকৃততে মই এটা গাধ। নহ'লে ইমান পৰলৈ মোৰ মৃত্যুয়েই হ'লহেঁতেন।

মৌলবী— ভাল বাৰু, এতিয়া কোৱাচোন তুমি হিন্দু নে মুছলমান?

মই— হুজুৰ! মই হিন্দুও নহওঁ, মুছলমানো নহওঁ। মই মাত্ৰ এটা গাধ আৰু গাধৰ কোনো ধৰ্ম নাই।

মৌলবী মোৰ প্ৰশ্নৰ সঠিক উত্তৰ দিয়া।

মই— হুজুৰ! ঠিক কথাই কৈছো। এজন মুছলমান বা হিন্দু

গাধ হ'ব পাৰে, কিন্তু এটা গাধ হিন্দু বা মুছলমান হ'ব নোৱাৰে।

মৌলবী— তই বৰ বদমাচ যেন পাইছো। ঘৰলৈ গৈ তোক ভালকৈ এশকনি দিম।

মৌলবী চাহাবে মোক মচজিদৰ বাহিৰৰ খুটা এটাত বান্ধি থৈ ভিতৰ সোমাল। মই সুযোগ-সুবিধা বুজি তাৰপৰা ৰচী ছিঙি পলালো। এনেকৈ পলালো যে এমাইল দূৰ পৰ্যন্ত পিছলৈও নাচালো। এইবাৰ মই নিশ্চিত হ'লো যে এনেবোৰ সংকীৰ্ণ হৃদয়ৰ ব্যক্তিৰ সতে কাজিয়া কৰা উচিত নহয়। ইয়াৰ লগত এটা গাধৰ বাৰু সম্পৰ্ক কি? এতিয়া মই কোনোবা হিন্দুক সহায় কৰিম নে কোনোবা মুছলমানক! সেইবাবে এতিয়া মই কোনোবা গছৰ ঘন ছায়াত সমগ্ৰ দিন কটাম নতুবা কোনোবা পথাৰ বা বননিত ঘাঁহ খাই চৰি ফুৰিম আৰু ৰাতি হোৱাৰ লগে লগে যাত্ৰা আৰম্ভ কৰিম।

এইদৰে বৰ কষ্টেৰে ছয়-সাত মাহৰ পিছত দিল্লী নগৰত উপস্থিত হ'লো। তলত দিল্লী নগৰৰ বৰ্ণনা চমুকৈ কৰিছো যাতে দিল্লীলৈ যাত্ৰা কৰা যাত্ৰীসকলে সেই নগৰৰ কিছু আভাস পায় আৰু আনৰপৰা প্ৰতাৰিত হ'বলগীয়া নহয়।

## দিল্লীৰ ভূগোল

এই নগৰখনৰ পূবত শৰণাৰ্থী, পশ্চিমত শৰণাৰ্থী, উত্তৰত শৰণাৰ্থী আৰু দক্ষিণত শৰণাৰ্থীয়ে বাস কৰে। মধ্য ভাগত ভাৰতৰ ৰাজধানী আৰু ইয়াৰ ঠাই বিশেষে নপুংসতা দূৰীকৰণৰ বিভিন্ন ঔষধ আৰু শক্তিবৰ্ধক দৰবৰ বিজ্ঞাপন আঁৰা দেখা যায়—ইয়াৰদ্বাৰা ইয়াৰ সভ্যতা আৰু সংস্কৃতিৰ মহানুভৱতা অনুভৱ কৰিব পাৰি। এবাৰ মই চাদনী চ'কত ঘূৰি ফুৰোতে দেখিলো যে এজনী সুন্দৰী যুৱতীয়ে টাংগাৰ ওপৰত বহি পাদ স্থানত ভৰি দি নিজৰ সৌন্দৰ্য্য প্ৰদৰ্শনত বিভোৰ হৈ আছিল। সেই পাদ স্থানত এখন বিজ্ঞাপন আঁৰা আছিল—'আচল শক্তিবৰ্ধক পিল ইন্দ্ৰ সিং জালবীৱালাৰ পৰা কিনক। মই এই বিজ্ঞাপনৰ

চোকা ব্যংগোক্তিত প্ৰভাবিত নোহোৱাকৈ থাকিব নোৱাৰিলো আৰু চাদনী চ'কৰ মাজতে বৈ উচ্চস্বৰেৰে হাঁহিবলৈ ধৰিলো। মানুহে কি হৈছে বুলি ভাবি বৈ গ'ল আৰু এটা গাধই বাটৰ মাজত উচ্চহাস্য কৰা দেখি মানুহবোৰেও হাঁহিবলৈ ধৰিলে। বেচেৰাহঁতে মোৰ দাম্ভিকতা দেখি হাঁহিছিল আৰু মই তেওঁলোকৰ ধৃষ্ট সভ্যতাৰ ওপৰত উচ্চহাস্য কৰিছিলো। এনে সময়ত এজন চন্তৰীয়ে মোক টাঙোনেৰে কোবাই টাউন হ'লৰ পৰা উলিয়াই দিলে। এইবোৰ মানুহে নাজানে যে কেতিয়াবা গাধয়ো মানুহক হাঁহিব পাৰে।

দিল্লীলৈ অহাসকলে মনত ৰখা ভাল যে দিল্লীত প্ৰবেশ কৰাৰ বাবে যথেষ্ট সংখ্যক প্ৰবেশদ্বাৰ আছে। দিল্লী গেট, আজমেৰী গেট, তুৰ্কমেন গেট ইত্যাদি। কিন্তু এই দুৱাৰবোৰৰ এখনেৰেও আপুনি ভিতৰত প্ৰবেশ কৰিব নোৱাৰে। কিয়নো এই দুৱাৰবোৰৰ ভিতৰত প্ৰায়ে গৰু, ম'হ, বলদ আদি বহি থাকে নতুবা পুলিচবোৰে বিছনা পাৰি শুই থাকে। এই প্ৰবেশদ্বাৰৰ সোঁৱে-বাঁৱে বহুতো উপপথ তৈয়াৰ কৰা হৈছে— যিবোৰৰ ওপৰেদি খোজকাঢ়ি আপুনি দিল্লীত প্ৰবেশ কৰিব পাৰিব। ইংৰাজসকলে দিল্লীত এখন 'ইণ্ডিয়া গেট' নিৰ্মাণ কৰিছিল। কিন্তু এই গেটেৰেও পাৰ হোৱাৰ কোনো সুবিধা নাই। দুৱাৰখনৰ ইফালে-সিফালে ঘূৰিহে পাৰ হৈ যাবলগীয়া হয়।

সম্ভৱ দিল্লীৰ ঘৰবোৰতো এনে দুৱাৰ কিছুদিনৰ ভিতৰতে লগোৱা হ'ব আৰু মানুহে খিৰিকিৰে পাৰ হৈহে ঘৰৰ ভিতৰত প্ৰবেশ কৰিব।

পুৰণি দিল্লীৰ পিছতে নতুন দিল্লী আৰু নতুন দিল্লীৰ মধ্যস্থানত কণাট প্লেচ। কণাট প্লেচ বৰ বিতোপন ঠাই। সন্ধিয়াপৰত মই দেখিলো যে মানুহে লোৰ গাধত উঠি ঘূৰণীয়া পথাৰবোৰত ঘূৰি ফুৰে। এই লোৰ গাধবোৰ মোতকৈ তীব্ৰ বেগে যায়। কিন্তু মোৰ দৰে শব্দ কৰিব নোৱাৰে। ইয়াত মই বহুতো লোকক ভেৰাৰ নোম পিন্ধা দেখিছো। তিৰোতাবোৰে নিজৰ মুখ আৰু নখ এনেকৈ ৰঙীন কৰে

আৰু চুলিবোৰ ইমান ওখকৈ বান্ধে যে দূৰণিৰপৰা সাইলাখ গাধৰ কাণ যেন অনুমান হয়। এইসকলৰ গাধ গোৱাৰ কি যে হাবিয়াস সেয়া মই আজিহে জানিব পাৰিলো।

কণাট প্লেচৰপৰা মই ঘূৰি-পকি ইণ্ডিয়া গেটলৈ গ'লো। ইয়াৰ চৌদিশে সুন্দৰ ঘাঁহনি আৰু ঘাঁহবোৰ সোৱাদেৰে ভৰা। মই দুই-তিনি দিন ভোকত অস্থিৰ হৈ আছিলো— সেই বাবে মই বৰ আনন্দেৰে ঘাঁহ খাই চৰিবলৈ ধৰিলো। এনে সময়ত বৰ জোৰকৈ এডাল লাঠীৰ কোব মোৰ পিঠিত পৰিল। মই দেখিলো যে এজন ক্ৰোধান্বিত চন্তৰীয়ে বৰ কঠিনস্বৰেৰে ক'বলৈ ধৰিছে—

'এই বদমাচ গাধটো ক'ৰ পৰা সোমাল!'

মই ওলোটাই উত্তৰ দিলো— 'কিয় ভাই, নতুন দিল্লীত গাধৰ প্ৰবেশ নিষেধ নেকি?

মোৰ মাত শুনি তেওঁ বৰ আচৰিত হ'ল। সম্ভবতঃ তেওঁ আজিলৈ কোনো গাধৰেই মাত শুনা নাছিল। বিস্ময়ত মোলৈ একেথৰে চাই থাকিল। কিছুসময়ৰ পিছত তেওঁৰ আশ্চৰ্য ভাব কিছু পৰিমাণে হ্ৰাস পালে আৰু মোক এডাল ৰচীৰে বান্ধি থানালৈ লৈ গ'ল। থানালৈ নি তেওঁ মোক হে'ড কনিষ্টবলৰ কাষত হাজিৰ কৰালে।

হে'ড কনিষ্টবলে তেওঁলৈ বৰ আশ্চৰ্যপূৰ্ণ দৃষ্টিৰে চাই ক'লে— 'এইটো ইয়ালৈ কিয় আনিছা ৰামসিং?'

ৰামসিংহই ক'লে— 'হুজুৰ! এইটো এটা গাধ।'

: মইয়ো জানো যে এইটো এটা গাধ। কিন্তু তুমি কিয় ইয়াক থানালৈ আনিছা?'

'হুজুৰ! ই ইণ্ডিয়া গেটৰ কাষত ঘাঁহ খাই আছিল।' আৰে, গাধই ঘাঁহ খাইছে যদি কি হ'ল? তোমাৰ বুদ্ধিয়েতো ঘাঁহ খাবলৈ যোৱা নাই। এইটো কিয় আনিলা? ইয়াক নি 'কাঞ্জি হাউচ'ত বন্ধ কৰি থোৱা। এই বোবা জন্তুটোক থানালৈ অনাৰ কি প্ৰয়োজন?

ৰামসিংহই মোৰ পিনে বিজয়ীৰ দৃষ্টিৰে চাই ক'লে— হুজুৰ!

ই বোবা নহয়। ই কথা কয়। এইবাৰ হে'ড কনিষ্টবল অলপ আচৰিত হ'ল। কাৰণ কথাটো তেওঁ প্ৰথমে বিশ্বাস কৰিব পৰা নাছিল। পিছত ক'লে, 'ৰামসিংহ, তোমাৰ মগজু ঠিকে আছেতো?' 'এওঁ সচা কথাই কৈছে হে'ড কনিষ্টবল চাহাব।' মই মূৰ জোকাৰি ক'লো।

হে'ড কনিষ্টবল চকীৰপৰা জাপমাৰি উঠিল। যেন তেওঁ সমুখত ভূতহে দেখা পালে। বাস্তবিকতে তেওঁৰ আশ্চৰ্যতা অযৌক্তিক নহয়। কিয়নো নতুন দিল্লীত এনে বহু লোক আছে যি সকলে মানুহ হৈয়ো গাধৰ দৰে কথা কয়। হে'ড কনিষ্টবলে আজিলৈ জনা নাছিল— সেইবাবে তেওঁৰ মতিভ্ৰম ঘটিল। শেষত জানি বুজি তেওঁ ডায়েৰিখন উলিয়াই ৰিপৰ্ট লিখিবলৈ ধৰিলে—

তেওঁ সুধিলে— তোমাৰ নাম?

: গাধ।

: দেউতাৰাৰ নাম?

: গাধ।

: ককাদেউতাৰাৰ নাম?

: গাধ।

এইবোৰ কি বকিবলৈ ধৰিছা? হে'ড কনিষ্টবলে খঙেৰে ক'লে— 'সকলোৰে কি এটাই নাম? এইটো কেনেকৈ হ'ব? মোলৈ চোৱা— মোৰ নাম জ্যোতি সিংহ। মোৰ দেউতাৰ নাম প্যাৰেলাল। মোৰ ককাদেউতাৰ নাম জীৱন দাস। আমাৰ ইয়াত নাম সলনি হয়। তুমি নিশ্চয় মিছা কথা কৈছা?'

জ্যোতি সিংহই মোক সন্দেহৰ দৃষ্টিৰে চাবলৈ ধৰিলে।

মই ক'লো, 'হুজুৰ! মই মিছা কথা নকওঁ। সঁচা কথা এয়ে যে আমাৰ ইয়াত নাম সলনি নহয়। যি দেউতাৰ নাম, সেয়ে পুত্ৰৰ নাম, সেয়ে নাতিৰ নাম হয়।'

: ইয়াৰপৰা কি লাভ? — জ্যোতি সিংহই সুধিলে— 'ইয়াৰদ্বাৰা

বংশাৱলী মিলাবলৈ বৰ সুবিধা হয়। উদাহৰণস্বৰূপে আপুনি জানো আপোনাৰ প্ৰপিতামহৰ প্ৰপিতামহৰ নাম মোক ক'ব পাৰিব ?'—মই জ্যোতি সিংহক সুধিলো।

: নোৱাৰো। জ্যোতি সিংহই দুখ প্ৰকাশ কৰিলে। কিন্তু মই ক'ব পাৰো। আপোনালোকৰ ইয়াত যিজনে আজিৰপৰা চৰিশ, ছশ, আঠশ, ষোল্লশ বছৰৰ পুৰণি নিজ পূৰ্ব পুৰুষৰ নাম ক'ব পাৰে সেইজন পুৰুষকে বৰ ডাঙৰ পুৰুষ বুলি কয়। কিন্তু চাওক— মই আপোনাক আজিৰপৰা ষোল্লশ কিয় ষোল্ল লাখ আগৰ নামো ক'ব পাৰো— শ্ৰীগাধ। কওক, এতিয়া, মই জানো আপোনাতকৈ উচ্চ বংশৰ নহয় ?'

জ্যোতি সিংহই মোক বৰ ভালদৰে নিৰীক্ষণ কৰিলে। তেওঁৰ সন্দেহ ক্ৰমাৎ বৃদ্ধি পালে। শেহত তেওঁ নিম্নস্বৰেৰে ৰাম সিংহৰ আগত ফুচফুচাই ক'লে— 'মোৰ এই ব্যক্তিজনক বৰ বিপদজনক যেন ভাব হৈছে। এওঁ নিশ্চয় কোনোবা বিদেশী চোৰাংচোৱা আৰু গাধৰ বেশত নতুন দিল্লীত ঘূৰি ফুৰিছে।'

ৰাম সিংহই ক'লে – 'হুজুৰ ! মই আপোনাৰ কথা বুজিছো— ইয়াৰ ছালখন শীঘ্ৰে গুচাই পেলোৱা উচিত। তেতিয়াহ'লে ভিতৰৰ-পৰা গোপন চোৰাংচোৱাজন ওলাই পৰিব আৰু আমি লগে লগে গ্ৰেপ্তাৰ কৰিব পাৰিম।'

জ্যোতি সিংহই ক'লে— তুমি ঠিক কথাই কৈছা, কিন্তু এই কামৰ বাবে চাব ইন্সপেক্টৰ চানন ৰামৰ অনুমতি লোৱাটো বৰ প্ৰয়োজন। ব'লা, ইয়াক লৈ তেওঁৰ কাষলৈ যাওঁ।

মই অস্পষ্টকৈ কিবা শুনিলো যদিও কাণখন জপাই থ'লো। এইবাৰ মই তেওঁলোকৰ সৈতে চাব ইন্সপেক্টৰ চানন ৰামৰ সমুখত উপস্থিত হ'লো। চানন ৰামৰ মোচকোচা বৃশ্চিকৰ নেজৰ দৰে। তেজাল মুখখনত কোনেও আজিলৈ হাঁহি দেখা নাই। তদুপৰি মুখখন সকলো সময়তে ৰঙা হৈ থাকে। সেয়ে তেওঁক সকলোৱে এজন

যোগ্য পুলিচ অফিচাৰ বুলি ভাবে। চানন ৰামে সকলো কথা শুনি মোৰ পিনে চাই ক'লে— 'আচ্ছা তুমি তেন্তে পাকিস্তানৰ চোৰাংচোৱা ?'

মই নীৰবে থাকিলো। চানন ৰামে মেজত জোৰকৈ ভুকু এটা মাৰি ক'লে—'বুজিলো, তুমি তেন্তে ৰুচ দেশৰ এজেণ্ট ?' মই পুনৰ নীৰবে থাকিলো।

চানন ৰামে দাত কামুৰি ক'লে— 'চালা বদমাচ, কমিউনিষ্ট! মই তোৰ হাড়-মূৰ গুৰি কৰি পেলাম। সোনকালে ক তই কোন ?

এইবুলি কৈ চানন ৰামে মোক ঘোঁচা, ভুকু মাৰিবলৈ ধৰিলে। শেষত যেতিয়া ভাগৰি পৰিলো তেতিয়া মই বৰ জোৰকৈ এটা চিঞৰ মাৰিলো। মোৰ চিঞৰ শুনি তেওঁ থমকি ৰ'ল আৰু আগতকৈও যথেষ্ট আচৰিত দৃষ্টিৰে মোক নিৰীক্ষণ কৰি অত্যন্ত ক্ৰোধেৰে জ্যোতি সিংহ আৰু ৰাম সিংহক ক'লে— 'হাৰে' এইটো দেখোন সঁচাকৈ-এটা গাধ। তোমালোকে আকৌ কৈছা ই এটা বিদেশী চোৰাংচোৱা বুলি। তোমালোকে মোৰ লগত ধেমালি ক'ৰা নাইতো ? মই এতিয়াই তোমালোকক ডিচমিচ কৰিম।'

জ্যোতি সিংহ আৰু ৰাম সিংহই ভয়তে থৰথৰকৈ কঁপিবলৈ ধৰিলে। দুয়ো হাতযোৰ কৰি ক'লে— 'হুজুৰ! বাহিৰৰ কোঠাত ই অলপ আগতে মানুহৰ দৰে কথা কৈছিল।'

তোমালোকে নিশ্চয় সপোন দেখিছিলো— নহ'লে কাম কৰি কৰি তোমালোকৰ মগজু বেয়া হৈছে। যোৱা এই গাধটো মোৰ সমুখৰপৰা নি 'কাঞ্জী হাউচ'ত বন্ধ কৰি থোৱা। যদিহে তিনি-চাৰিদিনৰ ভিতৰত ইয়াৰ কোনো গৰাকী নোলায় তেন্তে নীলামত বিক্ৰী কৰি দিবা।'

মই আনন্দ মনেৰে বাহিৰলৈ ওলালো। কাৰণ মোৰ বুদ্ধিয়ে কাম দিলে। যদি মই কথা ক'লোহেঁতেন তেন্তে তেওঁলোকে নিশ্চয় মোৰ ছাল ছিঙি ভিতৰত কোন আছে চালেহেঁতেন।

ইয়াৰ পিছত তিনি-চাৰিদিন কিয় এসপ্তাহলৈ মোৰ কোনো গৰাকী

উপস্থিত নহ'ল। পিছত মোক নীলামত বিক্ৰী কৰি দিলে আৰু যমুনা-পাৰৰ কৃষ্ণনগৰত বাস কৰা ৰামু ধুবীয়ে মোক কিনি লৈ গ'ল।



## যমুনাপাৰৰ ৰামু ধুবীৰ ঘৰলৈ গাধৰ যাত্ৰা আৰু পৌৰ নিগম কমিটিৰ সতে সাক্ষাৎ—

এসময়ত ৰামু ধুবিয়ে চুইবালন অঞ্চলত বাস কৰিছিল। কিন্তু পিছলৈ ৰামুৰ সৰহ সংখ্যক গ্ৰাহক পাকিস্তানলৈ গুচি যায়গৈ। যিকেইজন তাতেই থাকি গ'ল তেওঁলোকে আৰ্থিক অভাবৰ হেতুকে ধুবীৰ হতুৱাই কাপোৰ ধোওৱাৰ অভ্যাস এৰি দিলে। ফলত ৰামু ধুবীয়েও সেই ঠাইৰপৰা ওলাই যমুনাপাৰৰ কৃষ্ণনগৰত থিতাপি ললেগৈ। তাত মই বৰ কঠিন পৰিশ্ৰম কৰিব লগাত পৰিলো। ৰাতিপুৱাৰ লগে লগে ৰামুৱে মোৰ পিঠিত কাপোৰৰ টোপোলা বোজাই কৰি দিয়ে আৰু যমুনা নৈৰ পাৰত পানীত থিয় হৈ কাপোৰ ধুবলৈ আৰম্ভ কৰে। দুপৰীয়া ৰামুৰ পত্নীয়ে জা-জলপান লৈ আহে আৰু কিছু সংখ্যক কাপোৰ মোৰ পিঠিত বোজাই দি ইস্ত্ৰি কৰিবলৈ লৈ যায়। মই গোটেই দিনটো যমুনপাৰত চৰি থাকো নতুবা দলঙৰ ওপৰেৰে অহা-যোৱা কৰা বাটৰুৱাসকলক চাই থাকো। সন্ধিয়া পৰত ৰামুৱে পুনৰ মোৰ পিঠিত কাপোৰ বোজাই দি ঘৰলৈ ওভটে। মোক এটা খুটাত বান্ধি থৈ মোৰ সমুখত ঘাঁহ দি ৰামু এখন ভগা খাটত বাগৰি পৰে। পুৱাৰপৰা সন্ধিয়ালৈ এনেদৰে জীৱন অতিবাহিত হৈছিল— এটা খুটাৰপৰা অন্য এটা খুটালৈ— ঘৰৰপৰা ঘাটলৈ, আৰু ঘাটৰপৰা পুনৰ ঘৰলৈ।

সভ্যতা আৰু সংস্কৃতি, নৃত্য তথা সৌন্দৰ্য এইবোৰৰপৰা মোৰ আৰু ৰামুৰ জীৱন বহু দূৰৈত আছিল। মইতো মাত্ৰ এটা গাধ। কিন্তু মই দেখিছিলো ৰামু আৰু তাৰ ওচৰে-পাজৰে থকা সংগী-সকলোৰো জীৱন মোৰ দৰেই বৈচিত্ৰহীনভাবেই অতিবাহিত হৈছে। কিমান যে সুন্দৰ সুন্দৰ কাপোৰ সিইঁতে ধুবলৈ পায়। সুন্দৰ কেবাৰঙী কাপোৰ, সুকোমল ফুলাম স্কাৰ্ফ আৰু মেঘৰ দৰে লাহী চাদৰ নিতৌ গ্ৰাহকৰপৰা ধুবলৈ পায়। সন্ধিয়া পৰত যেতিয়া মই যমুনাৰ পাৰৰপৰা উভটো তেতিয়া প্ৰতিদিনে বাটৰ কাষত এটা নকৈ নিৰ্মিত চিনেমা হ'লত মানুহৰ সমাগম দেখোঁ।

ৰামুৱে চিনেমাৰ জাকজমকীয়া পোষ্টাৰসমূহ দেখি হুমুনিয়াহ কাঢ়ি কাঢ়ি আগবাঢ়ে। ৰামুৰ মনেও তাৰ লগৰীয়াহতৰ দৰে নিতৌ চিনেমা চাব খোজে। কিন্তু যেতিয়াই জেপত হাত দিয়ে তেতিয়াই তাৰ ভাব হয় যে সেই পইচাৰে সি কিছু আটা পাব। ফলত নিৰাশ হৈ ৰামুৱে ৰাতিৰ বাবে আটাকে কিনি লয়। কেতিয়াবা কোনোবাই যদি আটাৰ সলনি টিকট কিনে তেন্তে সেইদিনা ঘৰত এখন খণ্ডযুদ্ধ হয়। এবাৰ ৰামুৱেও এই কামকে কৰিছিল। সেইদিনা ৰামুৱে এসোপা তাৰি খাইছিল, চিনেমাৰ টিকটো কিনিছিল আৰু মোক তাৰ এজন টাংগাৱালা বন্ধুৰ জিম্মাত থৈ চিনেমা চাবলৈ গৈছিল।

চিনেমা হলৰ বাহিৰত তিনিখন টাংগা বৈ আছিল আৰু ঘোঁৰা-বোৰে হি-হিঁয়াই মাটিত খুৰাৰে লথিয়াই ইটোৱে-সিটোৰ সতে কথা পাতি আছিল। প্ৰথম ঘোঁৰাটো কোনোবা প্ৰাইভেট টাংগাৱালাৰ ঘোঁৰা আছিল আৰু তাৰ গাৰ বৰণ আছিল মুগা। সি বৰ অভিমান দেখুৱাই লগৰ ঘোঁৰাটোক ক'বলৈ ধৰিলে—'মোৰ মালিকে মাৰপিট থকা ছবি চাই বৰ ভাল পায়। এনে ছবি চাই যেতিয়া বাহিৰলৈ ওলায়, তেতিয়া তেওঁ বৰ বেগেৰে টাংগা চলাবলৈ আৰম্ভ কৰে। এবাৰ মোৰ মনত আছে, চিনেমা হলৰ পৰা তেওঁ ওলাই আহিছিল ঠিক চিনেমাত দেখা সেই দৃশ্যটোৰ দৰেই—মোক বজাৰত

তীব্ৰ বেগত দৌৰাবলৈ আৰম্ভ কৰি দিছিল, ফলত এজন লোক আহত হৈ বজাৰত বাগৰি পৰিছিল আৰু ঘোঁৰাৰ গছকত আহত এটি শিশুৰো পিছত আস্পাতালত মৃত্যু হৈছিল। কিন্তু মোৰ মালিক যথেষ্ট ধনবান আছিল। সেয়ে তেওঁ কিবা নহয় কিবা প্ৰকাৰে প্ৰমাণ কৰি দিছিল যে তেওঁ মদৰ নিচাতহে বেহুচ হৈ আছিল—সেইবাবে কেবল জৰিমনা ভৰিয়ে মুকলি হ'ব পাৰিছিল।

দ্বিতীয় ঘোঁৰাটোৱে ক'লে—মোৰ টাংগাত যি দুজনী মহিলা চিনেমা চাবলৈ আহিছে তেওঁলোকে আজিৰ ছবিখনত মধুবালাই কেনে ফেচনৰ কাপোৰ পিন্ধিছে কেবল তাকেহে চাব। আনকি এগৰাকী তিৰোতাই নিজৰ মানি বেগৰপৰা কাগজ পেঞ্চিল উলিয়াই কেনে-ধৰণে মধুবালাৰ নতুন পোচাকৰ নমুনা আঁকিব, তাকে আনজনীক দেখুৱালেও।

তৃতীয় ঘোঁৰাটোৱে ক'লে—'মোৰ মালিক বৰ সন্মানীয় ব্যক্তি। মোৰ মালিকে ইয়ালৈ সপ্তাহত এবাৰকৈ নিজৰ প্ৰেমিকাক লগত লৈ চিনেমা চাবলৈ আহে। তেওঁৰ প্ৰেমিকাগৰাকী হ'ল কাপোৰত ৰং কৰা এজন দুখীয়া বেপাৰীৰ পত্নী। তেওঁ যদি ইচ্ছা কৰে তেন্তে প্ৰেমিকাক নতুন দিল্লীৰ সুন্দৰ সুন্দৰ ছবি দেখুৱাবলৈ নিব পাৰে। কিন্তু তেওঁ নিজৰ সন্মানৰ প্ৰতি বৰ সচেতন।' মই চুচুকচামাককৈ (কিয়নো সিহঁত বৰ উচ্চ বংশৰ ঘোঁৰা আছিল) অথচ অলপ সাহসেৰে সেই ঘোঁৰাকেইটাৰ কথা-বতৰাত অংশ গ্ৰহণ কৰি সুধিলো —'এই চিনেমা বোলা বস্তুটো বাৰু কি ভাই?'

মোৰ কথা শুনি ঘোঁৰাকেইটাই বৰ ঘৃণাৰ দৃষ্টিৰে মোৰ পিনে চাই যেন ক'বলৈ বিচাৰিলে— ইযে এটা গাধই আৰু! কিছু সময়ৰ পিছত সিহঁতে হি-হিঁয়াই হাঁহিবলৈ ধৰিলে। মোৰ কথাৰ কোনো উত্তৰ নিদি সিহঁত পুনৰ আপোন কথা-বতৰাত মগ্ন হ'ল।

মুগা ঘোঁৰাটোৱে ঘণ্টাৰ কোব শুনি ক'লে— 'বিৰতি হৈছে হ'বলা।'

যেতিয়া ছবি সমাপ্ত হ'ল তেতিয়া মানুহে তাৰিৰ নিচাত অজ্ঞানৰ দৰে

মোৰ পিঠিত উঠি অলপ আগতে চোৱা ছবিখনৰ গীত গাবলৈ আৰম্ভ কৰিলে। আগে পিছে ৰামুৱে মোক ঘৰৰ ৰাস্তাৰ কথা কয়। কিন্তু সেইদিনা মইহে ওলোটাই বাট উলিয়াই তাক ঘৰলৈ নিব লগা হ'ল।। তুবাৰমান ৰামু মোৰ পিঠিৰপৰা বাগৰি পৰিবও খুজিছিল। অৱশেষত বৰ কষ্টেৰে মই ৰামুক ঘৰলৈ লৈ গলো সঁচা— কিন্তু ৰামুৰ এই অবস্থা দেখি পত্নী খণ্ডত উতলা বিঁউৰ দৰে হ'ল। কিয়নো ৰামুৰ এই কাৰ্যৰ ফলত সিদিনা ঘৰত চৌকা জ্বলা নাছিল আৰু ল'ৰা-ছোৱালীকেইটাও ভোকত কান্দি কান্দিয়ে টোপনি গৈছিল। পতি-পত্নীৰ মাজত এখন খণ্ডযুদ্ধ আৰম্ভ হ'ল।

পত্নীয়ে ক'লে— 'তুমি তাৰি কিয় খালা? চিনেমা কিয় চালা? নাজানা নেকি যে এইবোৰ কৰিলে ঘৰত চৌকা নজ্বলে।

ৰামুৱে নতজানু হৈ ক'লে— 'আজি মই নিৰুপায় হৈ পৰিছিলো। মগজুত সদায় কাপোৰ ধোৱাৰ শব্দই এনেকৈ আঘাত কৰি থাকে যেন সেই শব্দত মগজু ফাটিহে যাব। সেয়ে মই তাৰি খাই অচেতন হৈ জীয়াই থাকিব খুজিলো, যাতে সেই শব্দ পুনৰ শুনা নাপাওঁ। কিন্তু চিনেমা জানো নিতৌ চাওঁ? শপত খাই কৈছো আজি সম্পূৰ্ণ ছয় মাহৰ পিছত গৈছিলো— একেবাৰে নিৰুপায় হৈ। মই এটা মন লৈ জীয়াই থাকিবলৈ বাঞ্চা কৰো। এই লেতেৰা গলিৰ দুৰ্গন্ধ, নলাৰ, জাবৰৰ দুৰ্গন্ধ লৈ লৈ মই হতাশ হৈ পৰিছো— সেইবাবে আজি মনক প্ৰবোধ দিবলৈ চিনেমা চাবলৈ গ'লো। কিনো বেয়া কৰিলো? ছবিত এটি সুন্দৰ ঘৰ দেখিলো, সুন্দৰ কাপোৰ, মনোমোহা নৃত্য, পৰিস্কাৰ পৰিচ্ছন্ন এটি শিশু দেখিলো— এনে এজনী ৰূপৱতী তিৰোতা দেখিলো যি আমাৰ এই অঞ্চলত দেখা পোৱা নাযায়।

ৰামুৰ পত্নীয়ে তাক ভেকাহি মাৰি ক'লে— 'ঘৰৰ মানুহক ভোকত ৰাখি তুমি চিনেমা চোৱা?

ৰামুৱে ক'লে— ময়ো দেখোন ভোকত আছো। সচাঁই কৈছো পেটৰ ভোক বৰ বেয়া— কিন্তু কেতিয়াবা কেতিয়াবা তাৰ বাহিৰেও

মনত এনে এক অন্ত ভোকৰ সঞ্চাৰ হয় যে থাকিব নোৱাৰি। ধুৰী হ'লেনো কি হ'ল? প্ৰকৃততে মানুহেইতো। পেটৰ ভোকৰ সলনি মানুহক অন্ত এক ভোকে লাগে যিয়ে মনৰ ভিতৰখন চৌকাৰ দৰে জ্বলাই ৰাখে।

সেই ৰাতি মই ঘাঁহ খাবলৈ নাপালো। মই ভোকত পৰি থাকি ভাবিবলৈ ধৰিলো যে সেই দিনা ৰামুৱে উচিত কথাই কৈছিল। ৰামুতো মোৰ দৰে গাধ নহয় যে কেবল কাপোৰৰ বোজা বান্ধিব আৰু ত্ৰুবেলা ত্ৰুসাজ আহাৰ খায়েই দিন অতিবাহিত কৰিব। ৰামু এজন মানুহ— সেয়ে পেটৰ ভোকৰ বাদেও অন্য ভোকৰ সতেও নিশ্চয় সম্পৰ্ক থাকিব। সুন্দৰ ঘৰৰ ভোক, সুন্দৰ স্বপ্নৰ ভোক, সুন্দৰ দিগন্ত ৰেখাৰ ভোক থাকিবই, কতবাৰ যমুনাৰ পাৰত চৰি চৰি মই যমুনাৰ পানীত সূৰুযৰ কিৰণে নাচি থকা দেখিছো— আৰু সেই অসীম সৌন্দৰ্যত মই বিভোৰ হৈ পৰিছো, আৰু তেনে এক মধুৰ সময়তে বেচেৰা ৰামুৱে শিৰ নত কৰি একাঠু পানীত নামি সেই মধুৰ সৌন্দৰ্যৰ প্ৰতি উদাসীন হৈ কাপোৰ আচাৰি থকা দেখিছো। মই এটা গাধ হৈয়ো এনে এক সুন্দৰ দৃশ্যত প্ৰতাৰিত হৈছো— কিন্তু ৰামু এটা মানুহ হৈয়ো এই দৃশ্যৰে প্ৰতাৰিত হ'ব পৰা নাই। বৰ আচৰিত কথা— এই জীৱনত, এই সমাজত আজিও লাখ লাখ, কোটি কোটি মানুহৰ জীৱন গাধতকৈও তুচ্ছ।

সেই ৰাতি মই লঘোণে থকা সত্বেও বহু কথাই কল্পনাই কৰিছিলো। কিন্তু মই সেই ঠাইত সৰহ দিন থাকিব নোৱাৰিলো। সেই ঠাইত মোৰ কষ্ট হোৱা সত্বেও মই জানি বুজি পলাই আহিবলৈ যত্ন কৰা নাছিলো। যদিও তাত বাতৰি কাকত পঢ়িবলৈ নোপোৱাত বৰ ত্ৰুখ লাগিছিল। তাত মই কোনো দিনে কোনো কিতাপৰে মুখ দেখা নাছিলো। যমুনা পাৰত যিবোৰ মানুহ থাকে সিহঁত ইমান নিৰ্ধনী যে কিতাপ কিনিবলৈ শক্তি নাই। বহুতো লোক মূৰ্খ আৰু অশিক্ষিত। তাত প্ৰায়ে গালি গালাজ আৰু কাজিয়া-পেচাল চলে।

ধুবী অঞ্চলত কিবা নহয় কিবা কথাত কাজিয়া লাগিবই। ধুবীৰ খং গাধৰ ওপৰত নতুবা নিজৰ পত্নী, ল'ৰা-ছোৱালীৰ ওপৰত উঠিবই। দোষ বাৰু কাৰ? হয়তো পৰিস্থিতিয়ে মানুহক অধিক শক্তিশালী কৰে যাৰ প্ৰভাবত হোজা আৰু সজ মানুহ পশুলৈ ৰূপান্তৰিত হয়। এনে পৰিস্থিতিক আপুনি লাঠীৰে কোবাব নোৱাৰে। এয়া হ'ব হিংসা। তেতিয়া হ'লে বলক, ঘৰৰ গাধকে প্ৰহাৰ কৰো। আইনে আপোনাক তাৰ বাবে আজ্ঞা দিব।

ৰামুৰ তাতহে মই গম পালো যে মোৰ দৰে বহুতো শিক্ষিতেই কষ্ট ভোগ কৰিব লগাত পৰে। তথাপিতো মই ৰামুক ত্যাগ কৰা নাই— কাৰণ ৰামু এজন সত্যবাদী ধুবী। ৰামু বৰ কৰ্তব্যপৰায়ণো। পুৰাৰপৰা সন্ধিয়ালৈ নিজৰ ঘৰ চলাবলৈ সকলো প্ৰকাৰ কামেই ৰামুৱে নিয়াৰিকৈ কৰে। এনে এজন ব্যক্তিক ত্যাগ কৰিবলৈ মোৰ মত নেযায়। কিন্তু ঈশ্বৰৰ মহিমা চাওক: এদিন ৰামুৱে যমুনাৰ পাৰত কাপোৰ ধুই থকা অৱস্থাত এটা ঘৰিয়ালে ভৰিত কামুৰি ধৰিলে। ৰামুৱে নিজক ৰক্ষা কৰিবলৈ প্ৰাণটাকি যত্ন কৰিলে। তেতিয়া ভৰ দুপৰীয়া—দলঙৰ ওপৰেৰে অলেখ বাটৰুৱাৰ সমাগম। এখন ৰেল-গাড়ীও সংকেত দি যাত্ৰা কৰিলে। পুলিচ চন্তৰীও দলঙৰ একাষত থিয় হৈ আছিল। তথাপিতো ৰামুৰ গগণ ভেদা চিঞৰ কাৰো কাণত নোসোমাল। শেষত ঘৰিয়ালে ৰামুক দ পানীৰ মাজলৈ টানি লৈ গ'ল।

ৰামুৰ মৃত্যুত গ্ৰাহকসকলে তাৰ মৃত্যুতকৈ কাপোৰ হেৰুৱাতহে অধিক দুখ প্ৰকাশ কৰিলে। কাৰণ ৰামু আৰু ঘৰিয়ালৰ যুদ্ধখনত বহুতো কানি-কাপোৰ উটি গ'ল। এগৰাকী গ্ৰাহকে ৰীতিমতে দুখ প্ৰকাশ কৰাৰ পিছত তুৰন্তে ৰামুৰ পত্নীৰ কাষত কাপোৰৰ বাবে যুদ্ধ আৰম্ভ কৰি দিলে— মই মানি লওঁ যে ৰামু বৰ ভাল ধুবী আছিল কিন্তু মোৰ 'চিফনৰ' শাৰীখনতো বেয়া নাছিল? 'মই গুলজাৰ টেইলৰ মাষ্টৰৰপৰা অলপতে চিলাই কৰি অনা সেই চেলোৱাৰটো

ক'লৈ গ'ল? সেই লেতেৰা কাপোৰৰ টোপোলাটো খোলাচোন বাৰু?'

এই মানুহবোৰৰ এনে স্বভাৱ দেখি মোৰ বৰ দুখ লাগিল। আমাৰ গাধবোৰৰ মাজত যদি কাৰোবাৰ মৃত্যু হয় তেন্তে আমি কাৰো সতেই এনে ব্যৱহাৰ নকৰোঁ। হয়তো ইয়াৰ কাৰণ এয়েই যে মানুহ, মানুহেই!

কিছুদিনৰ পিছতে ৰামুৰ পত্নী আৰু সন্তানকেইটাৰ অৱস্থা আৰু শোচনীয় হ'বলৈ ধৰিলে। ঘৰত খোৱাবস্তু তিলমানো নাই। লংঘোণৰ ফলত প্ৰায় মৃতপ্ৰায় অৱস্থা। ধুবী অঞ্চলত বাস কৰা চৰপঞ্চে এসময়ত ৰামুৰ গাভৰু ঘৈণীৰ ওপৰত বৰ চকু দিছিল। সি অলপ আটা আৰু দাইল পঠিয়াই দি সন্ধিয়া পৰত ভাবি খাই ৰামুৰ ঘৰত উপস্থিত হ'ল। নিচাত মত্ত হৈ সি ৰামুৰ ঘৈণীয়েকক তাৰ ঘৰলৈ যাবলৈ ক'লে। ৰামুৰ ঘৈণীয়েকে তাক গালি পাৰি তৎক্ষণাত ওলাই যাবলৈ ক'লে— আৰু মূৰত হাত দি হিয়া ধাকুৰি কান্দিবলৈ ধৰিলে। মই প্ৰবোধ দি ক'লো— 'আই হতাশ নহবা, সময়ত সকলো ঠিক হৈ যাব।'

ৰামুৰ পত্নীয়ে যেতিয়া মোৰ মাত শুনিলে তেতিয়া অকণো বিশ্বাস নকৰিলে। পিছত যেতিয়া সেই একে কথাকে মই পুনৰ দোহাৰিলো তেতিয়া আশ্চৰ্যত তেওঁৰ চকু ডাঙৰ হ'ল। কাৰণ নতুন দিল্লীৰপৰা অহাৰ পিছত মই কাৰো সতে কথা পতা নাছিলো। তদুপৰি ৰামুৰ তাত কথা-বতৰাৰ কোনো কাৰণ উদ্ভৱ হোৱাই নাছিল। কিন্তু ৰামুৰ পত্নীয়ে যেতিয়া মোক মানুহৰ দৰে কথা কোৱা শুনিলে তেতিয়া তেওঁ বৰ আচৰিত হ'ল। শেষত মই যত্ন সহকাৰে তেওঁক বুজাই ক'লো যে ইয়াত আচৰিত হ'বলগীয়া একো নাই। এয়া কোনো চমৎকাৰ ঘটনাও নহয়। মাত্ৰ এক বিশেষ পৰিস্থিতিৰ মাজত মই কথা ক'বলৈ শিকিছো।

মই ৰামুৰ পত্নীক ক'লো – 'আই, মই নিঃসন্দেহে গাধ— কিন্তু ইমানদিনে তোমাৰ ঘৰৰ লোণ খাইছো যেতিয়া তুমি চিন্তা নকৰিবা। তুমি এই সন্তান তিনিটিক ঘৰৰ ভিতৰলৈ নি নিশ্চিন্তে বহি থাকা।

মই বাহিৰলৈ গৈ কি কৰিব পাৰো চাওঁ।'

ৰামুৰ পত্নীয়ে মোক ক'লে -- 'এতিয়াতো কোনেও আমাক সহায় নকৰে। আমি যে বৰ দুখীয়া।'

'দুখীয়া হ'লো কি হ'ল আই ?' মই সামান্য গৌৰৱেৰে ক'লো— এতিয়া ৰাজ্য আমাৰ, সমাজ আমাৰ। আমি এতিয়া স্বাধীন। যিহকে ইচ্ছা কৰিব পাৰো। তুমি নিচিন্তমনে থাকা। কিবা নহয় কিবা এটা হ'বই। মই আজিয়ে তোমাৰ সহায়ৰ বাবে পৌৰ নিগম কমিটীৰ কাষলৈ গৈ প্ৰাৰ্থনাপত্ৰ দিম।'

কৃষ্ণনগৰ পৌৰ নিগম কমিটীৰ কেৰাণীয়ে নিজৰ এজন বন্ধু আৰু হেড ক্লাৰ্কৰ সতে মেজৰ ওপৰত ৰেজিষ্টাৰ বহী থৈ তাৰ ওপৰত তাচৰ পাত পেলাই বিচিত্ৰ ভংগীত বহি আছিল। মই বৰ ধীৰে ধীৰে তেওঁৰ পিচফালে থিয় হৈ নিম্নস্বৰে ক'লো— 'হুজুৰ বৰ অসুবিধাত পৰিছো।'

তেওঁলোক তাচ খেলত ইমান বেচি মগ্ন আছিল যে মোৰ কথা শুনিও নুশুনাৰ ভাও জুৰিলে। মাত্ৰ সেই কেৰাণীজনে মোক তেওঁৰ কোনোবা বন্ধু বুলি ভাবিলে— যিহেতু মই তেওঁৰ পিচফালে থিয় হৈ কথা কৈছিলো। তেওঁ মোলৈ নোচোৱাকৈয়ে ক'লে— 'এৰা ভাই চোৱাচোন— মই বৰ অসুবিধাত পৰিছো। একো কৌশলো প্ৰয়োগ কৰিব পৰা নাই। যদি এই (নিজৰ তাচপাতখনক উদ্দেশ্য কৰি) পাতখন পেলাওঁ তেন্তে ৰঙৰদ্বাৰা কটা যাব আৰু এইখন (দ্বিতীয়খন পাত দেখুৱাই) চলাওঁ··· ইয়াতকৈ ডাঙৰ পাত যিহেতু এতিয়ালৈ পোৱা নাই··· আৰু যদি এইখন (তৃতীয়খন পাত দেখুৱাই) চলাওঁ তেতিয়া হ'লে······'

মই তেওঁৰ কথাত কাণ নিদি ক'লো— 'ৰামু ধুবী ঢুকাইছে।' 'মৰিবলৈ দিয়া ভাই'— কেৰাণীয়ে ক্ৰোধত চিঞৰি উঠিল। 'ইয়াত মোৰ হুকুমৰ বাদচাহ মৰিব লগা হৈছে আৰু তুমি ধুবীৰ কথা ক'বলৈ আহিছা।' পিছত তেওঁ তৎক্ষণাত মোলৈ উভতি চালে আৰু নিজৰ পিছফালে এজন মানুহৰ সলনি এটা গাধ দেখি খঙত উতলা ঘিঁউ হৈ চাপ্ৰাচীক চিঞৰি

ক'লে— 'এতিয়া আমাৰ অফিচত গাধও প্ৰবেশ কৰিব পৰা হ'ল নেকি ? এই হাৰামজাদাক এতিয়াই বাহিৰ কৰি দে।'

চাপ্ৰাচীয়ে কোবাই কোবাই মোক তাৰপৰা উলিয়াই দিলে। সিহঁত পুনৰ তাচ খেলত মগ্ন হ'ল। মই কিছু সময়ৰ পিছত আকৌ পৌৰ নিগম কমিটিৰ সেইজন কেৰাণীৰ কাষতেই উপস্থিত হ'লো। এইবাৰ লাহে ধীৰে দুয়োখন কাণ যোৰ কৰি নমস্কাৰ কৰিলো— আৰু বৰ দুখভৰা স্বৰেৰে ক'লো –

: 'হুজুৰ ! সেই ৰামু ধুবী……'

কেৰাণীয়ে পুনৰ মোলৈ চালে। সি বৰ বিচিত্ৰ প্ৰকৃতিৰ মানুহ আছিল। এটা কথা কোৱা গাধৰদ্বাৰাও সি প্ৰভাবিত নহ'ল। বৰং সি এনে ভাব দেখুৱালে যে সমগ্ৰ জীৱন যেন তাৰ কথা কোৱা গাধৰ লগতে সম্পৰ্ক আছিল। সি মোলৈ চাই বৰ ৰুঢ় কণ্ঠেৰে ক'লে 'কি কাম আছে শীঘ্ৰে ক।'

— 'নিবেদন এয়ে যে এই সেৱক স্বয়ং ৰামু ধুবীৰ গাধ। ৰামু ধুবী তিনিদিনৰ আগতে যমুনা ঘাটত কাপোৰ ধোৱা অৱস্থাত এটা ঘৰিয়ালৰ চিকাৰ হৈ মৃত্যু মুখত পৰিল। তেওঁৰ পত্নী আৰু সন্তানহঁতৰ অৱস্থা বৰ শোচনীয়।'

: 'মই আকৌ কি কৰিব পাৰো ?' কেৰাণীয়ে চিঞৰি ক'লে। 'মই কাৰো বাবে অনাথ আশ্ৰম খুলি ৰখা নাই।'

মই ক'লো— 'হুজুৰ ! আপোনালোকে ঘাটৰ ওপৰত ধুবীৰপৰা কৰ আদায় কৰে। দলঙৰ ওপৰেৰে যেতিয়া কোনোবা গাধ, বলদ নাইবা ঘোঁৰাই বস্তু-বাহানি কঢ়িয়াই নিয়ে তেতিয়া আপোনালোকে মাচুল লয়। আপোনালোকে যথেষ্ট বেছি হাৰত কৰ আদায় কৰে অথচ এজন মৃত ধুবীৰ পত্নী আৰু সন্তানহঁতৰ বাবে একো কৰিব নোৱাৰে।'

: 'মই কি কৰিম ? ধুবীক ঘৰিয়ালেহে মাৰিছে। মইতো মৰা নাই।'

: 'বাঃ বাঃ কি সুন্দৰ উত্তৰ। আপুনি যে ঘাটৰপৰা টকা আদায় কৰে সেয়া কিহৰ বাবে ? ঘাটৰ কৰ আপুনি লয় আৰু পিছত সেই

ঘাটৰ কোনোবা ধুবী যদি ঘৰিয়ালৰ চিকাৰ হয় তেতিয়া তেওঁৰ জামিন কোন হ'ব? মই কৈ মেলি হ'লেও ক্ষতিপূৰণ আদায় কৰিম। কিয়নো পৌৰ নিগম কমিটিয়ে ঘাটৰ কৰ লয় যেতিয়া ঘৰিয়ালৰ পৰাও ধুবীৰ জীৱনৰ নিৰাপত্তাৰ ব্যৱস্থা কৰিবই লাগিব।'

কেৰাণীজন বৰ বুধিয়ক আছিল। তেওঁ ক'লে— 'ধুবীবোৰে যদি ঘৰিয়ালৰ লগত শত্ৰুতা কৰে তেন্তে সিহঁতৰ অৱস্থাও বামু ধুবীৰ দৰেই হ'ব।'

মই ক'লো, 'আপুনি কথাবোৰ উৰুৱাই নিদিব। স্পষ্টভাবে কওক— এনে অৱস্থাত আপুনি কি কৰিব পাৰে?

কেৰাণীয়ে দেখিলে যে মই সহজে এৰা ভকত নহয়। সেই বাবে আগতকৈ নম্ৰ হৈ ক'লে— 'যি ঠাইত এই দুৰ্ঘটনা ঘটিছে সেই ঠাই আমাৰ সীমাত নপৰে। যমুনাঘাট দিল্লী পৌৰ নিগম কমিটিৰ অধীনত। সেইবাবে তুমি দিল্লী টাউন হললৈ যোৱা। এই বুলি কৈ তেওঁ পুনৰ তাচ খেলত মগ্ন হ'ল। যমুনাৰ সিপাৰে যাবলৈ সাজু হ'লো। দলং পাৰ হোৱাৰ সময়ত চন্তৰীয়ে মোক ক'লে— হেৰৌ অধামূৰ্খ গাধ। ক'লৈ যাবলৈ ওলাইছ?'

: 'টাউন হললৈ', মই তপৰাই উত্তৰ দিলো।

: 'তোৰ মালিক ক'ত?' চন্তৰীয়ে মোক পুনৰ সুধিলে।

: 'মোৰ মালিক চালিক নাই। আজিৰপৰা মই সম্পূৰ্ণ স্বাধীন।'

চন্তৰীয়ে ক'লে— 'এয়া কেনেকৈ হ'ব? মালিক অবিহনে কোনো থাকিব নোৱাৰে। তোৰ কোনোবা নহয় কোনোবা নিশ্চয় মালিক আছে যাৰ কথা তই মানি চল।'

—'ভাল বাৰু, তোৰ মালিক কোন যাৰ আদেশ তই মানি চল?' মই ওলোটাই চন্তৰীক প্ৰশ্ন কৰিলো।

: 'হেড কনিষ্টবল।'

: 'হেড কনিষ্টবলৰ ওপৰত কোন?'

: 'ইন্সপেক্টৰ।' চন্তৰীয়ে উত্তৰ দিলে।

: 'আৰু কোন কোন আছে বাৰু?'

: 'ইন্সপেক্টৰৰ ওপৰত ডি. এচ. পি। ডি. এচ. পিৰ ওপৰত এচ. পি এইদৰে শেষ পৰ্যন্ত মন্ত্ৰী পৰ্যন্তলৈ যাব পাৰে।'

: 'মন্ত্ৰীৰ মালিক কোন?'

: 'মন্ত্ৰীয়ে ষ্টেট বেংকৰপৰা দৰমহা পায়। সেই বাবে মন্ত্ৰীতকৈ ষ্টেট বেংক ডাঙৰ।'

: 'ষ্টেট বেংকতকৈ কোন ডাঙৰ?'

'ষ্টেট বেংকত টকা থাকে,' চন্তৰীয়ে খঙেৰে ক'লে— এতিয়াও বুজা নাই, ষ্টেট বেংকতকৈ টকা ডাঙৰ।'

: 'টকাতকৈ বাৰু কোন ডাঙৰ?' চন্তৰীয়ে মোৰ কথা শুনি মূৰ খজুৱালে। কিছুপৰ নীৰৱে থকাৰ পিছত মোৰ পিনে চাই ক'লে— 'টকাতকৈ কোন ডাঙৰ সেই কথা মই আজিলৈ জানিব পৰা নাই। তই জাননে?' চন্তৰীয়ে এইবাৰ মোক প্ৰশ্ন কৰিলে।

মই ক'লো 'মইতো এটা সাধাৰণ গাধ। এই কঠিন প্ৰশ্নৰ উত্তৰ মই কিদৰে দিম? এতিয়া মই মৃত ৰামু ধুবীৰ পত্নী আৰু সন্তানহঁতৰ সহায়ৰ বাবে টাউন হললৈ যাবলৈ ওলাইছো। তুমি যদি মোক তালৈ যাবলৈ দিয়া তেতিয়া মই নিশ্চয় তোমাক উভতি অহাৰ সময়ত ক'ব পাৰিম টকাতকৈ কোন ডাঙৰ।'

: 'সঁচাকৈনে?' চন্তৰীয়ে বৰ অধীৰ হৈ সুধিলে।

: 'নিশ্চয়, মই তোমাক কথা দিলো। কিন্তু তুমি কিয় ইমান বেছি অধীৰ হৈ পৰিছা?'

চন্তৰীয়ে ক'লে, 'যদি মই জানিব পাৰো যে টকাতকৈ কোন ডাঙৰ তেতিয়া মই তেওঁৰ তলত চাকৰি কৰিমগৈ।'

: 'তোমাক বৰ টেঙৰ যেন পাইছো।' মই চন্তৰীক প্ৰশংসা কৰি বিদায় মাগিলো আৰু দীঘল দীঘল খোজ দি যমুনাৰ সিপাৰ আহি পালো। পিছত এঘণ্টামান ঘূৰাৰ পিছত টাউন হলত উপস্থিত হ'লো। টাউন হলত প্ৰবেশ কৰাৰ আগতে স্থিৰ কৰিলো যে ইয়াত যিকোনো

সৰু-সুৰা কেৰাণীৰ সতে কথা পাতি সময় নষ্ট নকৰো। পোনে পোনে কাৰ্যালয়ৰ চেয়াৰমেনৰ কাষলৈ যাম। তেখেতক প্ৰভাৱিত কৰিবলৈ ইংৰাজীতে কথা পতাই উত্তম পন্থা হ'ব। ইয়াকে ভাবি মই পোনে পোনে এনকুৱাৰী ব্ৰাঞ্চত প্ৰবেশ কৰি কেৰাণীজনক সুধিলো— 'চেয়াৰমেন চাহাবৰ দপ্তৰ ক'ত বাৰু?'

এনকুৱাৰী ব্ৰাঞ্চৰ কেৰাণীয়ে এটা গাধৰ মুখত ইংৰাজী কথা শুনি থৰ লাগি ৰ'ল। তৎক্ষণাত নিজৰ আসনৰপৰা উঠি ক'লে— 'হুজুৰ! পোন্ধৰ নম্বৰ ৰুম। লিফ্‌টেৰে ওপৰলৈ উঠি যাওক। তেওঁ এজন চাপ্ৰাচীও মোৰ লগত সহায়ৰ বাবে দিলে। চাপ্ৰাচীয়ে বৰ আচৰিত হৈ মোৰ পিনে চালে যদিও নীৰৱে থাকিল। চাপ্ৰাচীয়ে মোক লিফ্‌টমেনৰ কাষত থৈ আহিল। লিফ্‌টমেনে বৰ শিষ্টাচাৰেৰে লিফ্‌টৰ দুৱাৰ খুলি দিলে। মই লিফ্‌টৰ ভিতৰত প্ৰবেশ কৰি দেখিলো যে লিফ্‌টৰ ভিতৰত এইদৰে লিখা আছে— মাত্ৰ ছয়জন ব্যক্তিৰ বাবে প্ৰযোজ্য। কিন্তু সেই সময়ত মই অকলশৰে গৈ আছিলো। লিফ্‌ট-মেনে অন্য ব্যক্তিসকলক কিছুসময় বাহিৰত অপেক্ষা কৰিবলৈ ক'লে। জীৱনত প্ৰথমবাৰৰ বাবে মোৰ অনুভৱ হ'ল যে এটা গাধৰ ওজন ছজন ব্যক্তিৰ সমান। লিফ্‌টমেনে নিৰ্দিষ্ট স্থানত লিফ্‌টৰ গতি ৰুদ্ধ কৰি দিলে। মই পোনে পোনে চেয়াৰমেনৰ ৰুমৰ বাহিৰত উপস্থিত হ'লো আৰু বহি থকা চাপ্ৰাচীক উচ্চস্বৰে ক'লো, 'চাহাবক কোৱা যে মিঃ ডংকি অফ বাৰাবাংকী উপস্থিত হৈছেহি।



**পৌৰ নিগমৰ চেয়াৰমেনৰ সতে গাধৰ সাক্ষাৎ, চেয়াৰমেনৰ থুং আৰু ফায়াৰ ব্ৰিগেডলৈ খবৰ—**

চাপ্ৰাচীৰ ইংগিত পাই মই কোঠাৰ ভিতৰত প্ৰবেশ কৰিলো আৰু উচ্চস্বৰে 'গুড মৰ্নিং' বুলি সম্বোধন জনালো। মোৰ ভয় লাগিছিল। জানোচা হিন্দুস্থানী ভাষাৰে কথা-বাৰ্তা পাতিলে মোক সম্পূৰ্ণ ভাৰতীয় গাধ বুলিয়েই ভাবে। দিল্লীৰ দপ্তৰসমূহত হোৱা অভিজ্ঞতাৰে মই ধাৰণা কৰিব পাৰিছিলো যে ইংৰাজসকল গুচি যোৱাৰ পিছতো ইয়াত ইংৰাজী ভাষাৰেই ৰাজত্ব। আপুনি যদি উৰ্দু বা হিন্দীত কথা পাতে আপোনাৰ কথাত কোনেও অকণো গুৰুত্ব নিদিয়ে কিন্তু যেতিয়াই আপুনি ইংৰাজী ভাষাৰ কুচকাৱাজ দেখুৱাব তেতিয়া তেওঁলোকে ইমান তন্ময় হৈ আপানাৰ কথা শুনিব— যেন আপুনি সিহঁতৰ ঘৰৰ মানুহহে। কথা শুনাৰ সময়ত সিহঁতৰ মুখত এনে ভাব প্ৰকাশ পাব যেন কিবা বিশেষ প্ৰয়োজনত পৰি তেওঁলোকহে আপোনাৰ ওচৰলৈ আহিছে।

চেয়াৰমেন চাহাবৰ গাৰ বৰণ মটিয়া; মানুহজন চুটি চাপৰ আৰু চেহেৰা বৰ গম্ভীৰ। তেওঁৰ চকুত এনে এক চতুৰালিৰ আৰু দূৰদৰ্শিতাৰ ভাব বিৰাজমান যেন অতি কমেও তেওঁ পাঁচ ছয়বাৰ ভোট যুদ্ধ কৰিহে সেই আসনখনলৈ আহিছে। মানুহজন বৰ ধুৰন্ধৰ, সেইবাবে এটা গাধ তেওঁৰ কোঠালৈ অহা দেখি মাত্ৰ ক্ষন্তেকৰ বাবে দৃষ্টি নিক্ষেপ কৰিলে আৰু তৎক্ষণাৎ সংযত হৈ এনে ধৰণে কথা পাতিবলৈ ধৰিলে যেন সমগ্ৰ জীৱনতে তেওঁ ইংৰাজী কথা কোৱা গাধৰ লগতহে কথা পাতি আহিছে।

: 'বহক বহক,' তেওঁ মিচিকি হাঁহি মাৰি মোক সম্ভাষণ জনালে।

: 'মই যদি বহো তেন্তে আপোনাৰ এই আৰামী চকীখন ভাঙি যাব। সেয়ে মই থিয় হৈয়ে আছোঁ।' চেয়াৰমেনে মিচিকিয়াই হাঁহিলে। কিয়নো মই উচিত কথাই কৈছিলো। ক্ষন্তেক পিছতে তেওঁ ক'লে— 'আপুনি ইয়ালৈ বাৰু ছদ্মবেশ ধৰি কিয় আহিব লগা হ'ল? আপুনি নিজ ৰূপত ইয়ালৈ অহা হ'লেই ভাল আছিল।'

মই ক'লো— 'মহাশয়, এয়া মোৰ কোনো ভেশচন নহয়— মোৰ প্ৰকৃত ৰূপেই এইটো।' 'হ'ব পাৰে, নিজ নিজ ৰুচি অনুযায়ী মানুহে ৰূপ ধাৰণ কৰিব পাৰে। মই মাত দিব পৰা কোন?' —চেয়াৰমেনে অলপ ক্ৰুদ্ধ হৈ ক'লে।

: 'মহাশয়, মই কোনো বহুৰূপী নহওঁ। সঁচাকৈয়ে এটা গাধহে আপুনি বিশ্বাস কৰক।'

চেয়াৰমেন চাহাবৰ কিন্তু মোৰ কথা অকণো বিশ্বাস নহ'ল। 'এইবোৰ কথা এৰক— মই আজিলৈ ছবাৰ ভোটত যুঁজ দিছো আৰু এবাৰো পৰাজয় বৰণ কৰা নাই। ভাল বাৰু, এতিয়া কওকচোন আপুনি কোন নম্বৰ ৱাৰ্ডৰপৰা আহিছে।'

: 'মই অবশ্যে কৃষ্ণনগৰ ঘাটৰপৰা আহিছো।'

: 'তুমি, চেয়াৰমেন চাহাবে মূৰ জোকাৰি ক'লে আৰু নিজৰ গোলকাৰ তালুৰ বগা চুলিবোৰত এনেদৰে হাত বুলালে যিদৰে "গৃহস্থী" বোলছবিত দুখী পিতৃয়ে বিপত্তিৰ জালত পৰোতে কৰিছিল— তেন্তে আপুনি কৃষ্ণনগৰ ৱাৰ্ডৰপৰা থিয় হৈছে? ভাল বাৰু, কোন পাৰ্টিৰপৰা আপোনাক প্ৰাৰ্থীত্ব দিয়া হৈছে? কংগ্ৰেছ, জনসংঘ, চচিয়েলিষ্ট, নে কমিউনিষ্ট— অৰ্থাৎ কোন পাৰ্টিৰপৰা প্ৰাৰ্থীত্ব পাইছে?'

: 'মহাশয়, মইতো আপোনাৰ কৃপাদৃষ্টিৰ প্ৰাৰ্থী।'

চেয়াৰমেনে মিচিকিয়াই হাঁহি মাৰি ক'লে— 'ভাল বাৰু, মই বুজি পাইছো কোনোবা টেঙৰ লোকৰ সতে আপোনাৰ পাল্লা পৰিছে। এতিয়াই সকলো সমস্যা সমাধান কৰিব পৰা নহব। ধীৰে সুস্থিৰে

কওক কি কাম আছে? মই যদি কিবা কৰিব পাৰো নিশ্চয় কৰিম। কিন্তু এটা চৰ্ত থাকিল, আপুনি যদিহে ভোটত জয়ী হয় তেন্তে টি পাৰ্টি……’

: ‘চাওঁক, যদি কোনো পাৰ্টিৰপৰা জয়ী হয় তেন্তে চেয়াৰমেন পদৰ বাবে কিন্তু মোক ভোট দিব লাগিব লালা সন্তৰাম ডাঙৰীয়া।’

তেওঁ হেণ্ডচেক কৰিবলৈ হাত আগবঢ়োৱাত মই কাণ আগবঢ়ালো। চেয়াৰমেন চাহাবে ইমান জোৰকৈ মোৰ কাণত ধৰিলে যে তেতিয়াহে তেওঁ গম পালে যে মোৰ কাণ দুখন সঁচাকৈয়ে গাধৰহে, অন্য কোনো বহুৰূপীৰ কাণ নহয়। সঁচাকৈয়ে মই যে এটা গাধ সেইকথা জানিব পাৰি তেওঁ বৰ হতাশ হ’ল আৰু ঘটনাক্ৰমে মুখৰ জলন্ত চিগাৰেট ছিটিকি কাগজৰ ওপৰত পৰিল। ফলত পিছ মুহূৰ্ততে অফিচৰ ফাইলত জুই লাগিল।

মই ক্ষমা খোজাৰ সুৰেৰে ক’লো— ‘মইতো প্ৰথমৰপৰাই কৈ আছিলো যে মই এটা গাধ কিন্তু আপুনি মোৰ কথা মুঠেই বিশ্বাস নকৰিলে।’

চেয়াৰমেনে জুই নুমাবলৈ ধৰি ক’লে— ‘মই আপোনাক কৃষ্ণনগৰৰ কংগ্ৰেছ প্ৰাৰ্থী লালা সন্তৰাম বুলিহে ভাবিছিলো।’

: ‘কিয়? মোক লালা সন্তৰামৰ দৰে লাগে নেকি?’

তেওঁ ক’লে— ‘কিছু লোকক বাহিৰৰপৰা গাধ যেন লাগে আৰু কিছু লোকক ভিতৰৰপৰা গাধ যেন লাগে। মই ভাবিলো আপুনি ভিতৰে-বাহিৰে দুয়োপিনে গাধ হ’লে মই স্বয়ং চেয়াৰমেনছিপৰ বাবে বৰ সোনকালে ভোট পাম। কিন্তু— কিন্তু তুমি মোৰ কিমান সময় যে অপব্যয় কৰিলা!’

মই ক’লো— ‘আপুনিওতো মোৰ কথা এবাৰো শুনা নাই। মই সেই দুখীয়া ৰামু ধুবীৰ পত্নী আৰু সন্তানহঁতৰ সহায়ৰ বাবে……’

চেয়াৰমেনে কলিং বেল বজাই ক’লে— ‘এই সময়ত মোক একো কথাই নকবা। আনকি দিল্লীৰ সমগ্ৰ ধুবীৰ মৃত্যু হ’লেও মই খাতিৰ

নকৰো। কিদৰে জুই লাগিছে দেখিছানে নাই?'

:'জুই দপ্‌দপ্‌কৈ লাগিছে। শীঘ্ৰে ফায়াৰ ব্ৰিগেড অফিচলৈ টেলিফোন কৰা।' চেয়াৰমেনে ঘণ্টি বজালে—

ময়ো কোঠাৰপৰা ওলাই আহি বাৰান্দাত চিঞৰিবলৈ ধৰিলো। ক্ষন্তেক পিছতে টং টং শব্দৰে তুথন ফায়াৰ ব্ৰিগেড আহি উপস্থিত হ'ল। পোনপ্ৰথমে সিহঁতে মোক লঠিয়াই তাৰপৰা উলিয়াই দিয়াৰ পিছতহে জুই নিৰ্বাপিত কৰা কাৰ্যত লাগিল। মই ভাবিলো যদি মই ইয়াতে থাকো তেন্তে জুই লগোৱাৰ অপৰাধত মোক গ্ৰেপ্তাৰ কৰিব। সেয়ে তৎক্ষণাৎ তাৰপৰা পলালো আৰু খটখটিৰে নামি আহিহে উশাহ লবলৈ ধৰিলোঁ। কিয়নো সেই সময়ত লিফ্‌টে কাম কৰা নাছিল। এনকুয়াৰী ব্ৰাঞ্চত এজন পৰম দয়ালু কেৰাণীৰ সতে মোৰ সাক্ষাৎ ঘটিলু। ৰামু ধুবীৰ সকলো কথা শুনি তেওঁৰ চকুলো ওলাল। তেওঁ এইখন অত্যাচাৰী সমাজ, ক্ৰুৰ জীৱন ব্যবস্থা আৰু পুঁজিপ্ৰতি-বোৰক লাখবাৰ গালি দিয়াৰ পিছত মোৰ কাণত বৰ লাহেকৈ ক'লে— 'যদি তুমি মোক তুটকা দিয়া তেন্তে মই তোমাৰ প্ৰাৰ্থনা পত্ৰখন লিখি পুৰ্নবাস দপ্তৰলৈ দিব পাৰো।'

মই ক'লো— 'মইতো এজন মৃত ধুবীৰ গাধ। ঘৰ নাই, ঘাট নাই। মোৰ লগত ক'ৰপৰা তুটকা থাকিব? আৰু তুমি নিশ্চয় জানাই যে তুটকাত মই তুমোণ ঘাঁহ, ছয় সেৰ চাউল পাম।'

:'কিন্তু তুটকাত হাঁপানী ৰোগৰ এটাহে বেজী পোৱা যায়। মই হাঁপানীৰোগত আক্ৰান্ত— নিতৌ তুটাকৈ বেজী ল'ব লাগে।' কেৰাণীয়ে বৰ উদাসীনতাৰে কাঁহি কাঁহি ক'লে—

বুঢ়া কেৰাণীয়ে উদাসীনভাৱে বহি থাকিল আৰু মই তাৰপৰা নীৰৱে ওলাই আহিলো।



## পৌৰ নিগম কমিটীৰপৰা নিৰাশ হৈ গাধৰ প্ৰত্যাৱৰ্তন আৰু পুৰ্নবাস দপ্তৰলৈ যাত্ৰা তথা এক সুন্দৰীৰ সতে সাক্ষাৎ—

ৰাইজক সুধি সুধি শেষত মই পুৰ্নবাস দপ্তৰত উপস্থিত হ'লো। দপ্তৰত প্ৰৱেশ কৰিয়ে এটা বৰ জাক-জমক কোঠা দৃষ্টিগোচৰ হ'ল। কোঠাৰ মাজভাগত এটা ডাঙৰ ত্ৰিপদী— তাতে এটা ফুলদানীত ফুলৰ থোপা এটাই নাচি-বাগি আছিল। একোণত টেলিফোন এক্সটেনচন। তাৰ কাষতে এজনী অত্যন্ত সুন্দৰীয়ে নিজৰ ৰূপত বিভোৰ হৈ আছিল। টেলিফোন এক্সটেনচনৰ মেজৰ ওপৰত লিপষ্টিক আৰু ক্ৰিমৰ টেমাবোৰ এনেদৰে সজোৱা আছিল যে মই ভাবিবলৈ ধৰিলো— কিজানি মই পুৰ্নবাস দপ্তৰলৈ নগৈ ভুলক্ৰমে মেক্স ফেক্টৰৰ দোকানতহে সোমালোগৈ সেয়ে মই ক্ষমা প্ৰাৰ্থনা মাগি উভতি যাবলৈ ধৰাত সেই সুন্দৰী যুৱতীজনীয়ে নিজৰ ডাঙৰ ডাঙৰ চকু দুটা মোহাৰি বৰ মৰমৰ মাতেৰে ক'লে— 'য়েচ প্লিজ'।

মই অলপ লাজ লাজ ভাবেৰে ক'লো— 'মই সহায় বিচাৰি আহিছিলো। মোৰ কথা শুনি যুৱতীয়ে টেলিফোনৰ চুইচ এটা টিপি দি ক'লে—'ৰামু ভাই, তোমাক কোনোবা এজনে বিচাৰি আহিছে।'

টেলিফোনৰ বিজুতি ঘটিছিল নে কি হৈছিল মই অৱশ্যে নাজানো, যিয়েই নহওক, টেলিফোনত শুনা পালো— মই এতিয়া লচ্চী খাই আছো, তেওঁক ফাষ্ট ক্লাৰ্কৰ কাষলৈ যাবলৈ কোৱা।

যুৱতীয়ে ওঠত লিপিষ্টিক লগাই ফাষ্ট ক্লাৰ্কলৈ টেলিফোন কৰিলে।

: 'কোন ?' সিফালৰপৰা মাত শুনা গ'ল।

: 'মই নিৰ্মলা।'

: 'অ' মোৰ সোণ! ফাষ্ট ক্লাৰ্কে সিপিনৰপৰা গুণগুণ স্বৰত দুখ প্ৰকাশ কৰিলে।

: 'শুনা, এজন বেচেৰা দুখীয়া ..'

ফাষ্ট ক্লাৰ্কে ক'লে— 'ইয়ালৈ গৰীবসকলেইহে আহে। তুমি কোৱাছোন তোমাৰ কণ্ঠস্বৰত কিয় ইমান মৰমৰ সুৰ। মনে বিচাৰে যেন এতিয়াই তোমাৰ কাষলৈ লৰৰি যাম। নিৰ্মলা! নিম্মী! আজি সন্ধিয়া চিনেমাখন ..'

যুৱতীয়ে টেলিফোন বন্ধ কৰি থলে। ইয়াৰ পিছত যুৱতীয়ে গালত ক্ৰিম ঘঁহিলে আৰু ক্ষন্তেক পিছতে এবাৰ ডেপুটি চুপাৰিণ্টেণ্ডেণ্টলৈ টেলিফোন কৰিলে। ডেপুটি চুপাৰিণ্টেণ্ডেণ্টে ক'লে— 'নহয় মিচ নিৰ্মলা, এই সময়ত মোৰ লগত কোহাটৰ শৰণাৰ্থী চৰ্দাৰ দৰবাৰ সিং ঠিকাদাৰ বহি আছে। বেচেৰাৰ সকলো সম্পত্তি দুৰ্বৃত্তই লুটি নিলে। এই সময়ত তেওঁৰ এটা একলাখ টকাৰ ক্লেইমৰ পৰ্যালোচনা কৰি আছো। তেওঁক আন কোনোবা এজনৰ কাষলৈ পঠিয়াই দিয়া। এই সময়ত মই বিশেষভাবে ব্যস্ত আছো।'

'ভাল বাৰু.' এই বুলি কৈ যুৱতীয়ে চুইচ বন্ধ কৰিবলৈ ধৰাত সেইফালৰপৰা পুনৰ মাত ভাঁহি আহিল— 'হেল্লো নিৰ্মলা।'

: 'এৰা।'

: 'তোমাৰ সেই শাৰীখন পচন্দ হৈছেনে ?' ডেপুটি চুপাৰিণ্টেণ্ডেণ্টে সুধিলে।

: 'মই সেইখন শাৰীয়ে পিন্ধি আহিছোঁ।' নিৰ্মলাই বৰ উৎফুল্লতাৰে কৈ চুইচ বন্ধ কৰিলে। ইয়াৰ পিছত দাপোণত নিজৰ মুখখনি চাই মিচিকিয়াই হাঁহি মাৰিলে আৰু গালত পাউদাৰ সানি চুপাৰিণ্টেণ্ডেণ্টলৈ টেলিফোন কৰিলে।

যুৱতীয়ে ক'লে— 'চাওঁক...'

সিপিনৰপৰা উত্তৰ আহিল— 'হেল্ল' নিৰ্মলা, কিদৰে ইয়াৰপৰা দেখা পাম? টেলিফোনত যদি তোমাক এবাৰ দেখা পালোহেঁতেন? ইয়ালৈ আহা না··· ডাৰ্লিং······' নিৰ্মলাই খিলখিলকৈ হাঁহি মাৰি ক'লে— 'এজন দুখীয়া লোক সহায়ৰ বাবে··· আৰে, মইয়ো যে কাৰো-বাৰ সহায়ৰ পাত্ৰ।' নিৰ্মলাই মুখত চুণকাম কৰি ক'লে— 'চাওক, এইয়া কৰ্তব্যৰ সময় আৰু···'

: 'তুমি মোক ভাল মনত পেলাই দিলা নিৰ্মলা। এই মাত্ৰ দপ্তৰলৈ নিৰ্দেশ আহিছে যে দপ্তৰত কাম কৰা যুৱতীয়ে যদি বিবাহ কৰায় তেন্তে তেওঁক বৰ্খাস্ত কৰা হ'ব। এতিয়া তোমাৰ মতামত কি?' —সিপিনৰপৰা চুপাৰিণ্টেণ্ডেণ্টে ক'লে—

: 'মই বিয়াৰ চিন্তা কেতিয়াবাই বাদ দিছো।' —নিৰ্মলাই উত্তৰ দিলে। সিপিনৰপৰা চুপাৰিণ্টেণ্ডেণ্টে ক'লে— 'ভেৰি গুড! সেই ফিলিপচ্ ৰেডিঅ'ৰ চেট·· ···

: 'ধন্যবাদ। আপুনি মাত্ৰ দুই মিনিটৰ বাবে এই গৰীবৰ সৈতে কথা পাতকচোন।'

: 'কোন বাৰু?'

: 'এটা গাধ।'

চুপাৰিণ্টেণ্ডেণ্টে বৰ জোৰেৰে এটা জংগী হাঁহি মাৰি ক'লে— 'তুমি বৰ ৰগৰ কৰা হৈছা? যি নহওক, ভিতৰলৈ পঠিয়াই দিয়া। যদি সি গাধ নহয় তেন্তে তাৰ দুয়োখন কাণতে চেপা মাৰি গাধ কৰি পেলাম।'

: 'ভিতৰলৈ যাওক।' —যুৱতীয়ে মোলৈ চাই ক'লে। মই যদি সঁচাকৈ গাধৰ সলনি এজন মানুহ হ'লোহেঁতেন তেতিয়া অৱশ্যেই যুৱতীৰ প্ৰেমত পৰিলোহেঁতেন!

চুপাৰিণ্টেণ্ডেণ্টে প্ৰথমে মোক দেখি বৰকৈ হাঁহিলে। তাৰপিছত তেওঁ পুনৰ টেলিফোন তুলি নিৰ্মলাৰ সেই ক্ৰিয়াত্মক ৰগৰৰ প্ৰশংসা কৰিলে। তাৰপিছত তেওঁ মোৰ কাষলৈ আহি কাণত ধৰি ক'লে—

'কওক মিঃ ডংকী। এতিয়া মই লঠিয়াই আপোনাক দণ্ডবৰপৰা উলিয়াই দিওঁনে ? মই ক'লোঁ, 'আপুনি মোক উলিয়াই দিব নোৱাৰে। কিয়নো মই আপোনাৰ কাষলৈ এখন প্ৰাৰ্থনা পত্ৰ লৈ আহিছোঁ।'

মোৰ মাত শুনি চুপাৰিণ্টেণ্ডেণ্ট মূৰ্চ্ছা যোৱাৰ দৰে হ'ল। কিছু সময়ৰ পিছত বৰ কঠিন স্বৰে ক'লে—'আকৌ কওক, আকৌ কওক, আপুনি কি ক'বলৈ আহিছে ?

মই পুনৰ একে কথাই দোহাৰিলোঁ।

মই যে সঁচাকৈ কথা ক'ব পাৰোঁ। সেই কথা গম পাই তেওঁ অস্বস্তিবোধ কৰিলে। তেওঁ কলে, 'আপোনাৰ বাৰ্তা শৈলী দেখোন মোতকৈ সুন্দৰ।' 'মই লক্ষ্ণৌৰ কাষৰ—আৰু আপুনি সম্ভৱ পঞ্জাবৰ। 'এৰা' চুপাৰিণ্টেণ্ডেণ্টে ক'লে—মই পিত্তদাদনখাৰ আৰু অলপ নীৰৱতাৰ পিছত কৈ উঠিল——'কওকচোন কি কাম আছে আপোনাৰ।'

: 'মই সদায় বিচাৰি আহিছোঁ মহাশয়।'

: 'আপুনি শৰণাৰ্থী ?'

: 'নহয়।'

: 'তেন্তে আপুনি কিয় মোৰ ওচৰলৈ আহিছে ?'

: 'ইয়াত কেবল শৰণাৰ্থীক হে সহায় কৰা হয়। প্ৰধানকৈ যিসকলে পাকিস্তানত সা-সম্পত্তি হেৰুৱাই আহে সেই সকলক সহায় কৰা হয়।' —চুপাৰিণ্টেণ্ডেণ্টে কলিং বেল বজালে।

:'আৰু যদি হিন্দস্থানত কোনোবাই সকলো হেৰুৱায় তেওঁ কলৈ যাব ?'

:সেয়া মই ক'ব নোৱাৰোঁ। চুপাৰিণ্টেণ্ডেণ্টে খঙেৰে উত্তৰ দিলে। 'আপুনি অন্ততঃ এই বিভাগলৈ অহাৰ প্ৰয়োজন নাই—অন্য বিভাগত খবৰ কৰক।'

চুপাৰিণ্টেণ্ডেণ্টে বেল বজোৱাত চাপ্ৰাচীয়ে মোক উলিয়াই দিলে। বাহিৰলৈ আহি মই পুনৰ সেই অপৰূপা সুন্দৰীক লগ পালোঁ। মোক নিৰাশ হৈ অহা দেখি তেওঁ সুধিলে—'কাম নহ'ল নেকি ?' মই সকলো কথা বিৱৰি ক'লোঁ।

সুন্দৰীয়ে ক'লে— 'চুপাবিটেণ্ডেন্টে ঠিক কথাই কৈছে। তুমি যদি পাকিস্তানৰ পৰা আহিলাহেঁতেন তেন্তে গাধ হ'লেও ইয়াৰপৰা সহায় পালাহেঁতেন। এতিয়া তুমি ডিপাৰ্টমেণ্ট অভ লেবাৰ্চ এণ্ড ইণ্ডাষ্ট্ৰীজলৈ যাব লাগিব।'

:'সেই বিভাগটো ক'ত বাৰু?' মই সুধিলো।

সুন্দৰীয়ে দয়াবশতঃ মোক সম্পূৰ্ণ ঠিকনা লিখি দিয়াত মই তেওঁক আন্তৰিক ধন্যবাদ জনাই পুৰ্নবাস বিভাগৰপৰা ওলাই আহি দীঘল খোজ দি মজদুৰ বিভাগৰ কাৰ্যালয়লৈ ৰাওনা হ'লো।




## ডিপাৰ্টমেণ্ট অভ লেবাৰ্চ এণ্ড ইণ্ডাষ্ট্ৰীজলৈ গাধৰ যাত্ৰা আৰু শ্ৰীপি. কিউ. ৰংগাচাৰী আৰু ৱাই. জেদ সুব্ৰমণিয়মৰ সতে সাক্ষাৎকাৰ—

পি. কিউ. ৰংগাচাৰী তামিলনাডুৰ বাসিন্দা। বানাৰসী পণ্ডিতৰ দৰে সংস্কৃত ভাষা কয় আৰু ইংৰাজী ভাষা কয় অক্সফৰ্ডৰ প্ৰফেচাৰৰ দৰে। আনহাতে হিন্দী ভাষাত কথা কয় হিন্দী সাহিত্য সম্মিলনৰ নিৰ্দিষ্ট বক্তাৰ দৰে আৰু উৰ্দু কয় মৌলনা আব্দুল কালাম আজাদৰ দৰে। তেওঁ দহটা ভাষা জানে আৰু বৰ্ত্তমান অন্য দহোটা ভাষা শিকি আছে। তেওঁ এজন সাধাৰণ কেৰাণীৰ ৰূপত জীৱন আৰম্ভ কৰিছিল সঁচা কিন্তু সময়ৰ সোঁতত আজি তেওঁ ডিপাৰ্টমেণ্ট অব লেবাৰ্চ এণ্ড ইণ্ডাষ্ট্ৰীজৰ ডেপুটি চেক্ৰেটেৰি। প্ৰত্যেক বিষয়তে দোষ-ত্ৰুটি উলিওৱাত তেওঁ এনে সিদ্ধহস্ত যে তেওঁৰ কাৰ্যকালত প্ৰতিটো ফাইল দহ বছৰ পৰ্যন্ত বিভিন্ন দপ্তৰ আৰু মেজত বিচৰণ কৰি ফুৰে আৰু যেতিয়ালৈ তেওঁৰদ্বাৰা পৰীক্ষা-নিৰীক্ষা কৰা নহয় তেতিয়ালৈ ফাইলৰ অগ্ৰগতি নহয়।

তেওঁ নিজৰ নীতিৰ ফলত ডেপুটি চেক্ৰেটেৰি পদলৈ উন্নীত হৈছে। এতিয়া তেওঁ জইণ্ট চেক্ৰেটেৰি হোৱাৰো সপোন দেখিছে।' সময়ত জইণ্ট চেক্ৰেটেৰিও নিশ্চয় হবই। পি. কিউ. ৰংগাচাৰীৰ দৰে ব্যক্তি জানো বৈ যাব পাৰে? প্ৰয়োজন বিশেষে তেওঁৰ দপ্তৰৰ সমগ্ৰ ফাইল বৈ যাব কিন্তু তেওঁ কেতিয়াও বৈ নাথাকে।

পি. কিউ. ৰংগাচাৰীয়ে বৰ মনোযোগেৰে আৰু ধৈৰ্য সহকাৰে মোৰ প্ৰাৰ্থনা পত্ৰখন পঢ়িলে। তাৰপিছত পত্ৰখনত পেঞ্চিলেৰে কিবা লিখিলে আৰু শেষত যেতিয়া মোৰ সকলো কথা শুনিলে তেওঁৰ নিজৰ মিত্ৰ জইণ্ট চেক্ৰেটেৰি ৱাই. জেদ. সুব্ৰমণিয়মক মাতি পঠিয়ালে— সুব্ৰমণিয়মো তেওঁৰ দৰে তামিলনাডুৰ বাসিন্দা আৰু তেওঁ পঁচিছটা ভাষাৰ পণ্ডিত, এজন পুঁজিপতিও। দুই মিত্ৰৰ মাজত জনা-বুজা বৰ বিদ্যমান।

পি. কিউ. ৰংগাচাৰীয়ে ক'লে— 'ৱাই. জেদ. এয়া বৰ গুৰুত্বৰ সমস্যা।'

: 'কিয়?' ৱাই. জেদ. সুব্ৰমণিয়মে মোলৈ চাই সুধিলে।

: 'এজন ধুবীৰ মৃত্যু হৈছে আৰু সেই মৃতক ধুবীৰ পত্নীয়ে আমাৰ পৰা ক্ষতিপূৰণ বিচাৰিছে।'

: 'পিছে?'

ৰংগাচাৰীয়ে ক'লে— 'আইনৰ দৃষ্টিত এটা গাধই কোনো এটা বিভাগতে প্ৰাৰ্থনা-পত্ৰ দিব নোৱাৰে। আৰু আমি তাৰ প্ৰাৰ্থনা-পত্ৰৰ ওপৰত কোনো নোটিচ দিবও নোৱাৰো। কাৰণ গাধ মানুহ নহয়। তদুপৰি আদালতে মানুহৰ কথাহে বিবেচনা কৰিব— গাধৰ নহয়।'

মই ক'লো, 'কথাটো মোৰ গাঁহৰ সম্পৰ্কত নহয়; কেইটামান প্ৰাণীৰ পেটৰ ভোকৰ সম্পৰ্কহে। ৰামুৰ পত্নী আৰু সন্তানহঁত ভোকত অস্থিৰ হৈ পৰিছে। যদি চৰকাৰে সেই ঘাটৰ ভালদৰে ৰক্ষণা-বেক্ষণ কৰিলেহেঁতেন তেন্তে ৰামুৰ মৃত্যু নহ'লহেঁতেন।'

ৱাই. জেদ. সুব্ৰমণিয়মে ক'লে— 'এৰা, পি. কিউ. ৰংগাচাৰী এই

কথাটোৰ বিচাৰ কৰা। এইখন প্ৰাৰ্থনা-পত্ৰত ৰামু ধুবীৰ পত্নীৰ হাতৰ বুঢ়া আঙুলিৰ ছাপ মৰা আছে—এইখন অৱশ্যে স্বীকাৰ কৰিব পৰা যায়, কিন্তু··'

পি. কিউ. ৰংগাচাৰীয়ে ক'লে— 'তেন্তে দ্বিতীয় কথাটোৰ ওপৰত বিচাৰ কৰা। মানি ল'লো যে গাধ এজন ধুবীৰ ৰক্ষক হ'ব পাৰে। আমি বহুতো ডাঙৰ ডাঙৰ কুটুম্বৰ ভিতৰত ইয়াতকৈও ডাঙৰ গাধক ৰক্ষক হোৱা দেখা পাইছো. মোৰতো ইয়াক জ্ঞানী গাধ যেনেই লাগিছে। কিন্তু প্ৰশ্ন হ'ল— ৰামু ধুবী জানো মজদুৰ আছিল ?'

: 'কদাপি নহয়।' —ৱাই. জেদ. সুব্ৰমণিয়মে মূৰ জোকাৰি ক'লে।

: 'ধুবী যদি মজদুৰ নহয় তেন্তে কি ? বেচেৰাই পুৱাৰ পৰা সন্ধিয়ালৈ আঠ ঘণ্টাৰ সলনি বাৰ ঘণ্টা পৰিশ্ৰম কৰে, তেতিয়াহে তাৰ ভাগ্যত দুবেলাৰ ৰুটি মিলে'·— মই উত্তৰ দিলো।

: 'লেবাৰ এক্টৰ ধাৰা ৫১ অনুসৰি সেইজনহে মজদুৰ যিজনে কাৰখানাত কাম কৰে। তুমি জানো কাপোৰ ধোৱা ঘাটক কাৰখানা বুলি ক'ব পাৰিবা সুব্ৰমণিয়ম ?'

: 'কদাপি নোৱাৰো ৰংগাচাৰী। এই ধুবীবোৰ মজদুৰ হ'বই নোৱাৰে। সেই বাবে ই ক্ষতিপূৰণ পাব নোৱাৰে। প্ৰভিডেণ্ট ফাণ্ডৰ পৰাও টকা-পইচা সহায়ৰ বাবে দিব নোৱাৰি। মোকৰ্দমাও আদালতত জাৰি কৰিব নোৱাৰি।'

: 'তেন্তে ?' ৰংগাচাৰীয়ে সুব্ৰমণিয়মক চাবলৈ ধৰিলে। সুব্ৰমণিয়মেও ৰংগাচাৰীক চাবলৈ ধৰিলে আৰু মই দুয়োৰে কাৰ্য্যকলাপ লক্ষ্য কৰি থাকিলো। হয়তো একেটা সময়তে দুয়োৰে মনত একেই ভাবৰ উদয় হ'ল। ফলত দুয়ো প্ৰসন্নতাত জঁপিয়াই উঠিল। ময়ো আনন্দত জঁপিয়াই উঠিলোঁ—কিয়নো ৰামুৰ দুখীয়া পৰিয়ালৰ কিবা নহয় কিবা এটা উপকাৰ হ'বই।

: 'কিন্তু আৰু এটা কথা বিচাৰ কৰিব লাগিব।' ৰংগাচাৰীয়ে ক'লে, 'ধুবী যদি মজদুৰ নহয় তেন্তে মজদুৰ কোন ? নাৰ্য্য মৰ্যাদা

পোৱা উচিত। নহ'লে প্ৰতিদিনে ঘটিত ধুবীৰ মৃত্যু হ'ব আৰু লগতে আমাৰো বিপত্তি হ'ব।'

: 'মোৰ মতে এই ধুবীৰ প্ৰাৰ্থনা-পত্ৰখন লৈ এটা ফাইল খোলা উচিত'— সুব্ৰমণিয়মে ক'লে।

ৰংগাচাৰীয়ে মোৰ হাতৰপৰা প্ৰাৰ্থনা—পত্ৰখন ল'লে। মই তেওঁৰ দুয়োখন হাতত কাণ জোকাৰি ধন্যবাদ দিলোঁ।

: 'ৰংগাচাৰী মহোদয়, হাজাৰ বাৰ, লাখ বাৰ ধন্যবাদ। আপোনা-লোকে এজন দুখীয়া ধুবীৰ পত্নী আৰু সন্তানইঁতক মৃত্যুৰ গৰাহৰপৰা উদ্ধাৰ কৰিলে। মই এইখন প্ৰাৰ্থনা-পত্ৰৰ বিচাৰৰ ৰায় শুনিবলৈ কেতিয়া বাৰু আহিম?

ৰংগাচাৰীয়ে পুনৰ সুব্ৰমণিয়মলৈ চালে। বিপৰীতে সুব্ৰমণিয়মে ৰংগাচাৰীলৈ চাই ক'লে— 'ফাইল আজিৰপৰা চলাবলৈ আৰম্ভ কৰিম। তৃতীয়খন দুৱাৰৰ কেৰাণীৰপৰা প্ৰথমখন দুৱাৰৰ কেৰাণীলৈ। পিছত প্ৰতিখন মেজতে ইয়াৰ ন্যায্যতা প্ৰতিপন্ন কৰা হ'ব। প্ৰথম ক্লাৰ্কৰপৰা ডেপুটি চুপাৰিটেণ্ডেণ্টলৈ প্ৰতিজন ব্যক্তিয়ে নিজস্ব ৰায় প্ৰদান কৰিব। এই ৰায়বোৰ মেজে মেজে ঘূৰি মোৰ কাষলৈ আহিব। মই ডেপুটি চেক্ৰেটেৰি। মোৰ পিছত জইণ্ট চেক্ৰেটেৰিৰ কাষলৈ যাব। কিন্তু সমস্যা বৰ জটিল। এয়া কেৱল ৰামু ধুবীৰে মৃত্যুৰ প্ৰশ্ন নহয়— প্ৰশ্ন হ'ল— ৰামু ধুবী মজদুৰ হয় নে নহয়? সম্ভৱতঃ এই সম্পৰ্কে বাণিজ্য দপ্তৰৰ মন্ত্ৰীৰদ্বাৰা নিৰ্ণয় কৰাটো প্ৰয়োজন হ'ব। এই প্ৰশ্নও উদ্ভৱ হ'ব পাৰে যে যদি ধুবী মজদুৰ হয় তেন্তে মুচী কিয় মজদুৰ নহ'ব? কুমাৰ কিয় মজদুৰ নহ'ব? এনে অৱস্থাত যদি ৰামুৱে ক্ষতিপূৰণ পায় তেন্তে আনেও ক্ষতিপূৰণ দাবী কৰিব। ফলত ষ্টেট বেংকে লাখ-লাখ, কোটি-কোটি টকা ক'ৰপৰা দিব? ফাইনান্স ডিপাৰ্টমেণ্টে এই মূল প্ৰশ্নটো প্ৰধান-মন্ত্ৰীৰ আগত উত্থাপন কৰক— আৰু প্ৰধানমন্ত্ৰীয়ে লোকসভাত এই প্ৰশ্ন উত্থাপন কৰক। সম্ভৱতঃ এই প্ৰশ্নৰ জৰিয়তে আমাৰ নিয়মত

কিছু পৰিবৰ্তন হওক।'

ৰংগাচাৰীয়ে নিজৰ আঙুলিকেইটা হিচাব কৰি মোক ক'লে—'মোৰ বিচাৰত তুমি যদি দহ বছৰৰ পিছত আহা তেন্তে এই ফাইলৰ কিবা নহয় কিবা এটা সমাধান হ'বই।'

: 'তেতিয়া হ'লে ৰামু ধুবী আৰু সন্তানহঁতৰ অৱস্থা কি হ'ব?

: 'মই সম্পূৰ্ণ নিৰুপায়। মই উপায়হীন। অৱশ্যে তোমাৰ প্ৰতি আমাৰ পুৰামাত্ৰাই সহানুভূতি আছে।' ৰংগাচাৰীয়ে উত্তৰ দিলে।

সুব্ৰমণিয়মে ক'লে— 'মই বুজিছোঁ ৰংগাচাৰী, প্ৰকৃততে ৰামু ধুবী মজদুৰ হয় নে নহয় সেইটো সমস্যা নহয়। বাস্তৱ সমস্যা হ'ল ৰামু ধুবীক কোনে মাৰিলে?'

. 'এটা ঘঁৰিয়ালে।'

সুব্ৰমণিয়মে আনন্দত জঁপিয়াই উঠিল। তেন্তে এই সমস্যাৰ লগত আমাৰ কোনো সম্পৰ্ক নাই। ইয়াৰ সম্পৰ্ক মীন মহলৰ সতে, ডিপাৰ্টমেণ্ট অব ফিচাৰিৰ সতে। কৃপা কৰি তুমি মীন বিভাগলৈ যোৱাগৈ। এই সমস্যাৰ সম্পৰ্ক মাছৰ সতেহে যুক্ত-- যাৰ মাজত কুম্ভীৰো বিদ্যমান।

ৰংগাচাৰীয়ে সুব্ৰমণিয়মলৈ চাই হাত জোকাৰি জোকাৰি ক'লে—'বাঃ বাঃ কি যে সুন্দৰ বুদ্ধি উলিয়ালা। সেই বাবেইটো মই ডেপুটি চেক্ৰেটেৰি আৰু তুমি জইণ্ট চেক্ৰেটেৰি।' ৰংগাচাৰীয়ে ঈৰ্ষা আৰু বিদ্বেষ ভাবেৰে ক'লে।

মই প্ৰাৰ্থনা-পত্ৰখন লৈ নীৰৱে ওলাই আহিলোঁ।



**মীন বিভাগলৈ গাধৰ যাত্ৰা, মাছৰ কণা আৰু এংলো-ইণ্ডিয়ান চিকাৰীৰ কাহিনী—**

মীন বিভাগৰ বিক্ৰীকেন্দ্ৰত ইমান বেছি কোলাহল হৈছিল যে কাণেৰে একো শুনা হ'ল! এতিয়া অৱশ্যে মই দপ্তৰৰ কাৰ্য-কলাপত অভ্যস্ত হৈ পৰিছোঁ। সেইবাবে মই প্ৰথম কাউণ্টাৰটোৰপৰাই আৰম্ভ কৰিলোঁ।

প্ৰথমজন কেৰাণীয়ে ক'লে— 'মই মাত্ৰ মাছৰ কণীৰ ফাইলহে লওঁ। আপুনি আগলৈ যাওক।'

দ্বিতীয়জন কেৰাণীয়ে ক'লে— 'মোৰ লগত একমাত্ৰ মাছৰ বিষয়ে জ্ঞানৰ ফাইলহে আছে। তাকো তিনিবিধ মাছৰ— ৰৌ, চাইমন আৰু পামফ্ৰেট। আপুনি কি নাম ক'লে ?'

: 'ৰামু'— মই পুনৰ দোহাৰিলোঁ।

কেৰাণীয়ে মূৰ জোকাৰি ক'লে— 'এই নামৰ কোনো মাছ মোৰ সতে নাই। আপুনি আগলৈ যাওক।'

: 'কিন্তু—' মই কথাষাৰ বুজাই কবলৈ বিচাৰিলো।

কেৰাণীয়ে ক'লে— 'এই নামৰ মাছ নাই। বাজে কথা নকব। আগলৈ যাওক।'

তৃতীয়জনৰ কাষলৈ গৈ কলোঁ— 'এটা কুম্ভীৰে···'

তৃতীয়জনে ক'লে— 'চাৰ্ক মাছৰ তেলৰ বিষয়ে অথবা জাপানী ঋণ লোৱাৰ বিষয়ে যদি কিবা সুধিব বিচাৰে সোধক— নহ'লে আগলৈ যাওক।'

চতুৰ্থজন কেৰাণীৰ কাষ পাওঁতে মোৰ খং বহুগুণে চৰিল। ইয়াত এজন বৃদ্ধ কেৰাণীয়ে ৰেজিষ্টাৰ বহীখন উলিয়াই লৈ টোপনিয়াই আছিল। মই তেওঁৰ ওচৰ পাই কলোঁ— 'শুনক, এটা কুম্ভীৰে এজন ধুবীক খাই পেলালে।'

বৃদ্ধ কেৰাণীয়ে নিজৰ কাণত হাত থৈ ক'লে— 'কি কৈছা?'

মই চিঞৰি ক'লো – 'এজন ধুবীক এটা কুম্ভীৰে খাই পেলালে।'

বৃদ্ধ কেৰাণীৰ গম্ভীৰ মুখত এটা বিচিত্ৰ হাঁহি বিৰিঙি উঠিল। তেওঁ ক'লে— 'এজন ধুবীয়ে যদি এটা মাছ খাইছে তেন্তে কিনো হ'ল? বহুতো ধুবীয়ে মাছ খায়। নাখালে আমাৰ এই বিভাগ কেনেকৈ চলিব?'

মই উত্তৰ দিলো— 'আপুনি ভুল শুনিছে, ধুবীয়ে মাছ খোৱা নাই, ধুবীকহে কুম্ভীৰে খাইছে।'

তেওঁ ক'লে— 'বুজিছো, ধুবীয়ে নহয়, কম্ভীৰে মাছ খাইছে। ভাল কথা, ভাল কথা, ইয়াত আকৌ আপত্তি কিয়? বহুত কুম্ভীৰে মাছ খায়, নহ'লে সিহঁত জীয়াই থাকিব কেনেকৈ?'

মই জোৰেৰে চিঞৰি ক'লো— 'এজন ধুবী আৰু এটা কুম্ভীৰ কথাষাৰ মনত ৰাখা।'

তেওঁ ক'লে— 'এজন ধুবী আৰু এটা কুম্ভীৰ— আগবাঢ়া…'

মই ক'লো— 'সেই ধুবীজনে ঘাটত কাপোৰ ধুইছিল।'

: 'বৰ ভালকৈ কাপোৰ ধুইছিল নেকি?'

মই খঙেৰে ক'লো— 'ভালকৈ ধুইছিল নে বেয়াকৈ ধুইছিল তাৰ লগত তোমাৰ কি সম্পৰ্ক?'

: 'মোৰ ধুবীজনে বৰ বেয়াকৈ কাপোৰ ধোৱে। যদি তুমি কোৱা তোমাৰ ধুবীজনকে মই…'

মই সন্দেহেৰে সুধিলো— 'তুমি মোৰ কথা নুশুনা নেকি?'

: 'ভাল বাৰু, কৈ যোৱা তোমাৰ কথা। এটা কুম্ভীৰ আৰু এজন ধুবী। ধুবীয়ে ঘাটত কাপোৰ ধুই আছিল। তাৰ পিছত?'

: 'এনে সময়তে এটা কুম্ভীৰ আহিল। সি ধুবীৰ ভৰিত কামুৰি ধৰিলে।'

: 'কি ধৰিলে? অলপ ডাঙৰকৈ কোৱা মই কাণেৰে কমকৈ শুনো।'

: 'ভৰি, ভৰি, ঠেং!' —মই চিঞৰি উঠিলো।

: মুৰ্গীৰ।' —কেৰাণীয়ে আনন্দত চিঞৰি উঠিল।

: মুৰ্গীৰ নহয়— ধুবীৰ ঠেং। ভৰি।'

: 'ধুবীৰ ঠেং মই কোনো দিনে খোৱা নাই।' — বুঢ়া কেৰাণীয়ে দুখ প্ৰকাশ কৰি ক'লে— 'কেনে লাগে বাৰু?'

মই ডাঙৰকৈ চিঞৰি ক'লো— 'মই ধুবীৰ ঠেং খোৱাৰ কথা কোৱা নাই। কুম্ভীৰ আহিল— আৰু বেচেৰা ধুবীয়ে যেতিয়া কাপোৰ ধুই আছিল তেতিয়া তাৰ ঠেঙত কামুৰি ধৰিলে। বুইছা?'

: 'এৰ্‌ৰ্‌, এতিয়াহে বুজি পাইছোঁ।' —কেৰাণীয়ে মূৰ জোকাৰি ক'লে— 'ধুবীয়ে কাপোৰ ধুই আছিল এনেতে কুম্ভীৰ আহি ধুবীৰ কাপোৰ খাই পেলালে।'

অৱশেষত মই তেওঁলৈ ক্ষোভৰ দৃষ্টিৰে চাই আগৰ কাউণ্টাৰলৈ ক্ৰমাৎ আগবাঢ়িলো।

দেখা পালো এজন এংলো ইণ্ডিয়ানে নিজৰ তপা মূৰত হাত দি বৰ আৰামেৰে বহি আছিল। তেওঁৰ চকু-মুখৰপৰা অনুমান হয় যে এই সময়তো তেওঁ অলপ পানীয় পি আহিছে। শিষ্টাচাৰ প্ৰদৰ্শন কৰি তেওঁ মোক ক'বলৈ ধৰিলে— 'কওক, মই আপোনাৰ বাবে কি কৰিব পাৰো?'

মই মনেৰে ভাবিলো— এওঁ আগৰ বৃদ্ধ কেৰাণীজনৰ দৰে কথাৰ ওলট-পালট নকৰেতো? এওঁক কথাবোৰ বৰ লাহে ধীৰে বহলাই ক'ম।

মই ক'লো— 'শুনক, এটা কুম্ভীৰে · '

এংলো ইণ্ডিয়ান মহোদয়ৰ চকু কপালত উঠিল। সুধিলে— 'ক'ত, ক'ত আছে?'

মই উত্তৰ দিলো— 'যমুনা ঘাটত।'

: যমুনাত বহুতো ঘাট আছে। এইটো ঘাট ক'ত?'

এংলো ইণ্ডিয়ান মহোদয়ে সকলো লিখি ল'লে। মই মনতে ভাবিলো যে এইবাৰ মই প্ৰয়োজনীয় ব্যক্তিজনকেই পালো। মনে মনে মই ঈশ্বৰক ধন্যবাদ জনাই ক'লো— কৃষ্ণনগৰৰ কাষত, ৰে'লৰ দলঙৰ তলত।

এংলো ইণ্ডিয়ানজনে নোট কৰি সুধিলে— 'কিমান ওখ, কিমান দীঘল?'

: 'ঘাটটো নেকি?'

: 'ঘাটটো নহয়— কুম্ভীৰটো?'

: 'মই অৱশ্যে দেখা নাই, কিন্তু মানুহে কয় যে ত্ৰিছ ফুটতকৈ কম নহ'ব।'

: 'কি ত্ৰিছ ফুট। তুমি মোক সেই ঠাইলৈ নিব পাৰিবানে?'

: 'নিশ্চয়।'

: 'মই মোৰ বন্দুকটো লগত লৈ যাম।'

: 'বন্দুক? বন্দুক আকৌ কেলৈ?'

'কুম্ভীৰ চিকাৰ কৰিবলৈ।' —এংলো ইণ্ডিয়ানে মোলৈ বৰ আশ্চৰ্য দৃষ্টিৰে চাই ক'লে— 'তুমি কুম্ভীৰ চিকাৰৰ বাবে জানো অহা নাই?'

মই ক'লো— 'নহয়। কথাটো হ'ল সেই কুম্ভীৰটোৱে ৰামু ধুবীক খাই পেলালে। তেওঁৰ পত্নী আৰু সন্তানহঁতৰ সহায়ৰ বাবে ইয়ালৈ…'

: 'হায় হায়।' —এংলো ইণ্ডিয়ানৰ উত্তেজনাত চেঁচা পানী পৰিল। তেওঁৰ চকুৰ চমকনিও মাৰ গ'ল। সম্পূৰ্ণ ব্যৱসায়িক ভংগী তথা কাৰ্যালয়ৰ ভাষাৰে ক'লে— 'মই কুম্ভীৰৰ চিকাৰ অৱশ্যে কৰিব পাৰো। কিন্তু ৰামুৰ বাবে একোকে কৰিব নোৱাৰো। মই অত্যন্ত দুঃখীত। আমাৰ বিভাগৰ সতে ধুবীৰ কোনো সম্পৰ্ক নাই।'

মই বৰ বিমোৰত পৰি সুধিলো— তেন্তে মই ক'লৈ যাব লাগিব? আপোনালোকৰ বিভাগৰ সতে যদি ধুবীৰ কোনো সম্পৰ্ক নাই তেন্তে কাৰ লগত বাৰু সম্পৰ্ক আছে? অন্য বিভাগেও দেখোন সম্পৰ্ক

নাই বুলি কয়। এই প্ৰশ্নৰ সঠিক উত্তৰ বাৰু ক'ত পাম?'

এংলো ইণ্ডিয়ানজনে বৰ মনোযোগেৰে তথা সহানুভূতিৰে মোলৈ চাই ক'লে— 'কিয়, তুমি মৃত ব্যক্তিজনৰ সম্বন্ধীয় নেকি?'

: 'নহয়, মই তেওঁৰ গাধ।'

: 'তথাপি তুমি কিয় ইমান সহানুভূতি প্ৰকাশ কৰিছা?'

—এংলো ইণ্ডিয়ানজনে সতৰ্ক হৈ মোলৈ চাই ক'লে – 'তোমাক মই এটা উপদেশ দিব বিচাৰোঁ। আজিকালি কাৰোবাৰ প্ৰতি ইমান সহানুভূতি প্ৰদৰ্শন কৰাটো বিপদমুক্ত নহয়।'

মই ক'লো— 'আপুনি মোক উপদেশ দিয়াৰ পৰিবৰ্তে মোৰ এই প্ৰাৰ্থনা কোনে গ্ৰহণ কৰিব তাকে কওক।'

এংলো ইণ্ডিয়ানজনে পেঞ্চিল কামুৰি ভাবিবলৈ ধৰিলে। ক'লে— 'ঘটনা হ'ল কুম্ভীৰৰ। কুম্ভীৰৰ সতে আদালতৰ কোনো সম্পৰ্ক নাই। নহ'লে এই ঘটনাৰ বাবে তুমি আদালতলৈ যাব পাৰিলাহেঁতেন। কুম্ভীৰৰ সম্পৰ্ক অৱশ্যে চিৰিয়াখানাৰ সতে নথকা নহয়। তুমি চিৰিয়াখানালৈ যাব পাৰিবা— কিন্তু চিৰিয়াখানালৈ গৈনো কি কৰিবা? কাৰণ চিৰিয়াখানাত আৰম্ভণিৰ পৰাই বহু কুম্ভীৰ দৰ্শকৰ বাবে আছেই। পিছে চিৰিয়াখানাৰ লগত ধুবীৰ আকৌ কিহৰ সম্পৰ্ক? কাৰণ চিৰিয়াখানাৰ জন্তুবোৰেতো কাপোৰ নিপিন্ধে।'

: 'ওঁ'— হঠাৎ তেওঁ কিবা এটা আৱিষ্কাৰৰ আনন্দত জঁপিয়াই উঠিল আৰু মই তেওঁৰ মুখত সেই একেই উজ্জ্বলতা দেখা পালো যি উজ্জ্বলতা কিছু সময়ৰ আগতে ৰংগাচাৰী আৰু সুব্ৰমণিয়মৰ মুখত দেখা পাইছিলো।

তেওঁ ক'লে— 'এটা কৌশল মনলৈ আহিছে।'

: 'কি বাৰু?'

: 'শুনা— ধুবীৰ সম্পৰ্ক সদায় চাবোনৰ লগত থাকে আৰু চাবোনৰ আদান-প্ৰদানৰ সম্পৰ্ক বানিজ্য বিভাগৰ সতে জড়িত। তুমি পোনে পোনে বাণিজ্য মন্ত্ৰীৰ কাষলৈ যোৱা। তেওঁৰ আগত বামু ধুবীৰ সম্পূৰ্ণ

দুৰ্দশাৰ বৰ্ণনা কৰিবা—যদি তেওঁ বিচাৰে যে ধুবীয়ে কাপোৰ ধুই ধুই ফালি থাকে আৰু এইদৰে মানুহে নতুন নতুন কাপোৰ পিন্ধিবলৈ বাধ্য হয় তেন্তে তোমাৰ এই ক্ষেত্ৰত উপকাৰ হ'ব।'



**বাণিজ্য মন্ত্ৰী মন সুখলালৰ বাস ভৱনলৈ গাধৰ যাত্ৰা, ৰামুৰ দুখৰ কাহিনীৰ বৰ্ণনা, বাণিজ্য মন্ত্ৰীৰ আশ্বাস আৰু তেওঁৰ বাস ভৱনৰ বৰ্ণনা—**

বন্ধুসকল! মই যাত্ৰা কৰা সেই বাস ভৱনৰ চাৰিওদিশ বাগিছাৰে আবৃত। গছৰ শাখাবোৰত উপচিপৰা ফল আৰু বাটৰ কাষে কাষে ইমান ধৰণৰ বিভিন্ন ৰঙৰ ফুল চকুৰ আগত নাচি-বাগি উঠিছিল যে মোৰ দৰে এটা গাধৰ চকুও জুৰ পৰিছিল। লনত এনে সুন্দৰ সুবাসিত ঘাঁহ যে এশটা গাধই দিনে-ৰাতিয়ে খাই চৰি ফুৰিলেও শেষ নহ'ব। নাজানো এইজনা মন্ত্ৰীৰ বাস ভৱনত এনে সুন্দৰ ঘাঁহ কিয় ৰখা হৈছিল? নাজানো এওঁৰ সম্পৰ্ক কোনোবা গাধৰ সতে নে কোনোবা মন্ত্ৰীৰ সতে? অৱশ্যে এনে চমৎকাৰ ভৱনত মোৰ বাহিৰে অন্য গাধ দেখা নাপালো। মনত মোৰ এইবাবেই দুখ লাগিল যে এনে সুন্দৰ ঘাঁহ কেৱল মানুহৰ ভৰিৰ তলতেই মৰহি যায়। অন্য কোনো কামত নাহে। সঁচা কথা ক'বলৈ গ'লে এতিয়া একমাত্ৰ

মটৰ চালকৰে ৰাজত্ব। গাধৰ ৰাজত্ব নাই — যিদৰে নাই ধুবী, মুচি অথবা ঘাঁহীৰ ৰাজত্ব। কাৰণ এওঁলোকে মাত্র গাড়ী ৰাখে। নহ'লে ঘাঁহৰ এনে অনাদৰ নহয়।

এতিয়া শুনক বন্ধুসকল! মই যেতিয়া মন্ত্রী মহোদয়ৰ বাস ভৱনৰ চৌহদৰ চাৰিবেৰ অতিক্রম কৰি তেওঁৰ ওচৰ চাপিলো তেতিয়া তেওঁ ৰঙা পাথৰেৰে নির্মিত এটা সৰু ফোঁৱাৰাৰ ইফালে-সিফালে টহল দি আছিল। তেওঁৰ ল'ৰা-ছোৱালীয়ে লনৰ ওপৰত খেলিছিল আৰু দুগৰাকী মহিলাই ফুলাম শাৰী ৰ'দত মেলি দিবলৈ ৰচী টানি আছিল। বৰ মনোমোহা সেই দৃশ্য। মই মন সুখলালক দুয়োখন কাণ যোৰ কৰি নমস্কাৰ কৰিলো। তেওঁ দুয়োখন হাত যোৰ কৰি মোকো সম্ভাষণ জনালে। ধুতীখনৰ এমূৰ ঠিক কৰি ক'লে— 'বাৰু কওকচোন। মই আকৌ আপোনাক আহমদাবাদৰ বুলি ভাবিছিলো।'

: 'নহয়, মইতো উত্তৰ প্রদেশৰহে বাসিন্দা।' তেওঁ ক'লে— 'ভাল কথা, যিখন ঠাই বিহাৰতকৈ আগৰ সেইখনেই নহ'য় জানো?'

মই ক'লো—'নহয়,—যদি আপুনি বিহাৰৰপৰা ইয়ালৈ আহে তেতিয়া হ'লে প্রথমে বিহাৰহে পাব আৰু ইয়াৰপৰা যদি বিহাৰলৈ যায় তেতিয়া প্রথমেই উত্তৰ প্রদেশহে পাব।

মোৰ কথা শুনি মন সুখলালে হাঁহিব ধৰিলে। 'তোমাৰ ৰং ৰূপৰপৰা একেবাৰে গাধ যেন দেখি।'

মই ক'লো— 'নহয় ভাই চাহাব! মই সঁচাকৈ গাধ, বিশ্বাস নহয় যদি মোৰ কাণত ধৰি চাওক।'

মন সুখলালে মোৰ কাণত ধৰিহে বিশ্বাস কৰিলে। পিছত ক'লে— 'এতিয়া তোমাৰ বাবে মই কি ক'ৰিব পাৰো কোৱা?'

: 'হে মন্ত্রী মহোদয়। মোৰ বাবে এডাল শুকান ঘাঁহো নালাগে। মই ৰামু ধুবীৰ কামতহে আহিছোঁ।' এইবুলি মই ৰামু ধুবীৰ সমগ্র ঘটনা বর্ণনা কৰিলো।

এইকথা আপোনালোকক স্পষ্টভাৱে কওঁ যে মন সুখলালৰ ব্যৱহাৰ বৰ ভদ্ৰ। কেতিয়াও তেওঁ মোৰ এনে ভাব জন্মিবলৈ দিয়া নাছিল যে তেওঁ মানুহৰ লগত নহয়— এটা গাধৰ লগতহে কথা পাতিছে। মোৰ কথা শুনি তেওঁ নম্ৰতাৰে ক'লে—'ভাই! ঘটনা যদি একমাত্ৰ চাবোনৰ হ'লহেঁতেন অৰ্থাৎ ধুবীবোৰক চাবোন সস্তা দামত দিয়াৰ প্ৰশ্ন উত্থাপিত হ'লহেঁতেন তেতিয়া মই এইবিষয়ে বিবেচনা কৰিব পাৰিলোহেঁতেন। যদি প্ৰশ্ন উত্থাপিত হ'লহেঁতেন যে ধুবী-বোৰে কলপ লগোৱাৰ বাবে পাউদাৰ বৰ বেছি দামত কিনিব লগা হৈছে তেতিয়া হ'লে মই তাৰ 'ৰেট' কম কৰি দিলোহেঁতেন। যদি ধুবীবোৰৰ এই অভিযোগ হ'লহেঁতেন যে মিলৰপৰা যিবোৰ কাপোৰ আহে সেইবোৰ দুই চাৰিবাৰ শিলত আচাৰাৰ পিছতেই ফাটি যায় তেতিয়া মই কাৰখানাৰ বনুৱাসকলক গালি পাৰিব পাৰিলো-হেঁতেন যে তেওঁলোকে যেন ডাঠ কাপোৰ বুবলৈ আৰম্ভ কৰে। নতুবা ধুবীবোৰে কাপোৰ আচাৰাৰ বাবে কোমল পাথৰ চাপ্লাই কৰিবলৈ দিলোহেঁতেন। কিন্তু প্ৰশ্ন হ'ল সম্পূৰ্ণ বেলেগ। প্ৰশ্ন হ'ল এজন দুখীয়া ধুবীৰ মৃত্যুৰ বাতৰি আৰু তেওঁৰ পত্নী তথা সতি-সন্ততিহঁতৰ অনাহাৰৰ করুণ কাহিনী। সিহঁতৰ কোনো অভিভাৱক নাই। এতিয়া সিহঁতে বাৰু কিদৰে জীৱন কটাব? এই সমস্যা ইমান গুৰুতৰ যে ইয়াৰ সমাধান কোনো ডাঙৰ মন্ত্ৰীয়েও কৰিব নোৱাৰে।'

: 'কিয়?'

মন সুখলালে ইফালে-সিফালে চাই মোৰ কাণত ফুচফুচাই ক'লে 'এয়াই আমাৰ কেন্দ্ৰীয় চৰকাৰৰ মূল সমস্যা। এই জটিল প্ৰশ্নৰ সমাধান আমাৰ প্ৰধান মন্ত্ৰীৰ বাদে আন কোনোৱে কৰিব নোৱাৰে।'
: 'তেন্তে আপোনাৰ উদ্দেশ্য এয়ে যে'...... মই বৰ আচৰিত হৈ দুয়োখন কাণ যোৰ কৰি সুধিলো— 'তেন্তে আপোনাৰ উদ্দেশ্য হ'ল মই এই কামৰ বাবে...' 'মই বাক্যটি অসম্পূৰ্ণ কৈ এৰিলো।

মন সুখলাগে লাহেকৈ মূৰ জোকাৰি ক'লে—'এৰা এই কামৰ বাবে তুমি পণ্ডিত জৱাহৰলাল নেহৰুৰ ওচৰলৈ যাব লাগিব।'



## পণ্ডিত জৱাহৰলাল নেহৰুৰ সতে সাক্ষাৎ তথা বাগিছাৰ মালীৰ ক্ৰোধ, বৃত্তান্ত

মই মানুহৰ মুখত শুনিছিলোঁ যে পণ্ডিত মহোদয়ক লগ কৰাৰ বাবে পুৱা আঠ বজাই উত্তম সময়। ইয়াৰ পিছত যিসকলে তেখেতক সাক্ষাৎ কৰিবলৈ আহে তেওঁলোকৰ শাৰী ইমান দীঘলীয়া হয় যে পণ্ডিত মহোদয়ৰ সতে আধা মিনিট সময় কথা পতাই অসম্ভৱ হৈ পৰে। এই কথা ভাবিয়ে মই সিদিনা নিশা উজাগৰে আছিলো আৰু বিভিন্ন ৰাস্তাৰে ঘূৰি-ফুৰি পণ্ডিত মহোদয়ৰ বাসভৱনলৈ যাবলৈ উদ্যত হৈছিলো। প্ৰায় ছয় বজাৰ সময়ত মই তেখেতৰ বাস ভৱনৰ বাহিৰত আছিলোঁ। চন্তৰী-বোৰে মোক কিছু অৱজ্ঞাৰ চকুৰে চাইছিল। হয়তো মই অতি সাধাৰণ গাধ বুলিয়েই তেওঁলোকৰ দৃষ্টিগোচৰ হৈছিলোঁ। প্ৰথমে মই দেৱালৰ কাষে কাষে ঘাঁহানত চৰি আছিলোঁ। পিছলৈ ধীৰে ধীৰে আগবাঢ়িলো। যেতিয়া মই প্ৰায় গেটৰ কাষ পালোগৈ তেতিয়া চন্তৰীইতে হাত দাঙি একপ্ৰকাৰ মোক ভয় দেখুৱালে।

মই সমগ্ৰ পৰিস্থিতিটো আগৰেপৰা কল্পনা কৰি আছিলো। মোক ভয় দেখুৱাত মই এনে ভাব প্ৰকাশ কৰিলো যেন মই ভীষণ ভয়

থাইছো। গতিকে মই জঁপিয়াই উঠি পোনে পোনে বাস ভৱনৰ চৌহদৰ ভিতৰত প্ৰবেশ কৰিলো। চন্তৰীহঁতে মোৰ পিছে পিছে দৌৰিবলৈ ধৰিলে। সিহঁত মোৰ পিছে পিছে আৰু মই সিহঁতৰ আগে আগে। যেতিয়া মই বাগিছাৰ কাষ পালো তেতিয়া চন্তৰীহঁতে এটা সাধাৰণ গাধৰ পিছে পিছে দৌৰা অৰ্থহীন বুলি ভাবি মালীক মাতিলে যাতে মালীয়ে মোক উলিয়াই দিয়ে। চন্তৰীহঁতে পুনৰ গেটৰ কাষত কৰ্মৰত হৈ পৰিল।

সেই সময়ত মালীয়ে হাতত খন্তি এখন লৈ জোপোহা গোলাপৰ ইফালে-সিফালে বন নিকা কৰি আছিল। মালীয়ে মোলৈ উভতি চালে। মোৰ আগমনত যেতিয়া মালীয়ে নিজৰ কাম বৃদ্ধি পোৱা যেন দেখিলে তেতিয়া খঙত জলি-পকি উঠিল। মনে মনে মালী গোলাপৰ কাষৰপৰা উঠি নিজ বাস ভৱনলৈ এডাল টাঙোন আনিবলৈ গ'ল।

এনে সময়তে মই দেখিলো যে পণ্ডিত মহোদয়ে বাগিছাৰ মাজৰ বাটেৰে অলপ বেগাই খোজকাঢ়ি গোলাপৰ কাষলৈ গৈ আছে। এয়েই উপযুক্ত সময় বুলি ভাবি মই হৰিণাৰ দৰে জঁপিয়াই জঁপিয়াই তেখেতৰ পিছে পিছে যাবলৈ ধৰিলো।

মই লাহেকৈ মাত দিলো— 'পণ্ডিতজী!'

পণ্ডিতজীয়ে বৰ আশ্চৰ্যৰে মোৰপিনে ঘূৰি চালে। যেতিয়া তেওঁ অন্য কোনো ব্যক্তিক দেখা নাপালে তেতিয়া পুনৰ খোজ দিবলৈ ধৰিলে। মই পুনৰ মাত দিলো— 'পণ্ডিতজী!'

এইবাৰ পণ্ডিতজীয়ে তীক্ষ্ণ দৃষ্টিৰে পিছলৈ চাই ক'লে— 'মই ভূত বিশ্বাস নকৰো।'

মই ক'লো, 'বিশ্বাস কৰক পণ্ডিতজী! মই ভূত নহওঁ, মই এটা গাধহে।'

শহাকৰ্ণীয়া হৈ মই কথা কোৱা যেতিয়া পণ্ডিতজীয়ে দেখিলে তেতিয়া অলপ আগতে তেওঁৰ মুখত দেখা দিয়া আচৰিত হোৱাৰ

ভাবটোয়ে হাঁহিলৈ মোট মলালে। তেখেতে কৈ উঠিল— 'মই ইটালীৰ বীজগণিতৰ প্ৰশ্ন পৰ্যন্ত গণনা কৰিব পৰা ঘোঁৰাৰ বিষয়ে পঢ়িছিলো— কিন্তু কথা কোৱা গাধ আজিহে প্ৰথমবাৰ দেখিলো। মানুহৰ বিজ্ঞানে যে কি কৰিব নোৱাৰে! তোমাক কি লাগে কোৱা, মোৰ হাতত অধিক সময় নাই।'

মই ক'লো, 'আপোনাৰপৰা মই পোন্ধৰ মিনিটৰ বাবে এটি সাক্ষাৎকাৰ বিচাৰো। মই এটা গাধ বাবে আপুনি অসন্মত নহয়তো?'

পণ্ডিতজীয়ে হাঁহি মাৰি ক'লে— 'মোৰ ওচৰলৈ সাক্ষাৎকাৰৰ বাবে আনি নিছিগাকৈ ভালেমান গাধ আহে। তুমি আহিলা যদি কি হ'ল? পাৰ্থক্য ক'ত? ভাল বাৰু, তোমাৰ বক্তব্য আৰম্ভ কৰা।'

মই আৰম্ভ কৰিবলৈ সাজু হওঁতেই মালীয়ে দূৰৰপৰা এডাল মজবুত টাঙোন হাতত লৈ খেদি অহা দেখিলো। প্ৰথমে মই মালীলৈ চাই দৃষ্টি ঘূৰাই অনাত পণ্ডিতজীয়ে কথাটো বুজি পাই মালীক ইংগিতেৰে উভতি যাবলৈ ক'লে।

পণ্ডিতজীয়ে টহল দিবলৈ ধৰাত মই তেওঁৰ লগে লগে ৰামু ধুবীৰ সমগ্ৰ ক্ৰন্দনভৰা কাহিনী বৰ্ণনা কৰিলো। পণ্ডিতজী মোৰ কথাত বৰকৈ প্ৰভাৱান্বিত হ'ল। তেওঁ ক'বলৈ ধৰিলে— 'এই ঘটনাৰ বাবে চৰকাৰে একো কৰিব নোৱাৰিলেও মই মোৰ জেপৰপৰা তোমাক এশ টকা দিব পাৰো।'

এইবুলি কৈ তেওঁ এখন এশটকীয়া নোট মোৰ দীঘল কাণত গুজি দিলে। মই ক'লো, 'পণ্ডিতজী। স্বৰ্গীয় কিদবয়েও এইদৰে দান দিছিল। ইয়াৰদ্বাৰা শত লোকৰ কুশল নিশ্চয় হয়— কিন্তু এয়া যে দানহে!'

তেওঁ ক'লে— 'এৰা, দানেইতো!'

মই ক'লো, 'দান বন্ধ হোৱা উচিত পণ্ডিতজী! প্ৰতিজন ভাৰতবাসীৰ এই অধিকাৰ থকা উচিত যে তেওঁৰ মৃত্যুৰ পিছত ৰাষ্ট্ৰই তেওঁৰ পৰিয়ালৰ জীৱন-নিৰ্বাহৰ বন্দবস্ত কৰা উচিত।'

: সিদ্ধান্তটো উপযুক্ত। কিন্তু সিদ্ধান্তটোক বাস্তবিক ৰূপ দিবলৈ তেজ, ঘাম একত্রিত কৰাৰ যথেষ্ট প্ৰয়োজন। ইয়াৰ বাবে বৰ কম লোক ওলায়। ঠিক তোমাৰ দৰে মানুহেই বিপ্লবৰ বহুতো কথা কয়, কিন্তু ৰামু ধুবীৰ বিধবা পত্নীক পেঞ্চন দিয়াৰ বাবে ৰাষ্ট্ৰৰ হাতত বৰ্ত্তমানতকৈও বহু ৰাষ্ট্ৰীয় ধন থকা উচিত। এই ৰাষ্ট্ৰীয় ধন বৃদ্ধি কৰাৰ বাবে আমি পঞ্চবাৰ্ষিক পৰিকল্পনা প্ৰস্তুত কৰিছোঁ, যাৰ আধাৰত দেশ ব্যাপী কাম হ'বলৈ ধৰিছে ; কিন্তু মানুহৰ মাজত সেই উৎসাহ-উদ্দীপনা নাই যিমানখিনি মোৰ আশা আছিল।

মই ক'লোঁ—আপোনাৰ প্ৰতি মানুহৰ অসীম আদৰ। আপোনাৰ মনত গঢ় লৈ উঠা কল্পনাৰ প্ৰতি মানুহৰ ধাউতিৰ অভাব নাই। আপোনাৰ প্ৰতিটো আদেশ তেওঁলোকৰ বাবে শিৰোধাৰ্য। আপুনি দেশত পূৰ্ণ শান্তি প্ৰতিষ্ঠা কৰাৰ বাবে যি আপ্ৰাণ চেষ্টা চলাইছে ইয়াৰ দ্বাৰা ভাৰতৰ মানুহৰ নহয় সমগ্ৰ বিশ্বৰ জনগণে আপোনাক স্নেহৰ এনাজৰীৰে বান্ধি পেলাইছে।

পণ্ডিতজীয়ে মিচিকি হাঁহি মাৰি ক'লে—গাধ হোৱা সত্ত্বেও তুমি সুন্দৰ কথা ক'ব পাৰিছা।

মই ক'লোঁ— মই আজি পৃথিৱীৰ এজন মহান ৰাজনীতিজ্ঞৰ সৈতে কথা কৈছোঁ। নাজানো, পিছত এনে সুবিধা পাওঁ নে নাপাওঁ। সেই-বাবে মোৰ মনৰ কথা আপোনাক ভালদৰে কওঁ। পণ্ডিতজী ! আপোনাৰ বৈদেশিক নীতি সৰ্বজনমান্য। ৰাষ্ট্ৰীয় জীৱনত আপোনাৰ স্বদেশ ভক্তি, বন্ধুত্ব তথা ৰাষ্ট্ৰীয় সেৱা অস্বীকাৰ কৰিব নোৱাৰি। এই কম সময়তে আপুনি ভাৰতক যি উন্নতিৰ শিখৰলৈ লৈ গৈছে ইয়াৰ দ্বাৰা আপোনাৰ কাম্ভৰ শক্তিৰ উমান পায়। কিন্তু পণ্ডিতজী ! এয়াই জানো সকলো ? এখন বৃহৎ, সাহসী তথা সভ্য ৰাষ্ট্ৰ ভাৰত বাৰু কিমান দিনলৈ এজন ব্যক্তিৰ সহায়ত চলিব ? আপুনি জানো এই কথা বিশ্বাস নকৰে যে যদিহে নিজ নিজ শাসনকালত উচিত পৰিবৰ্তন নহয় তেন্তে মহাৰাজ অশোক আৰু আকবৰৰ পিছত হোৱা দশাৰ দৰেই দশা ভাৰতৰো নহ'ব !

অশোক আৰু আকবৰ ৰজা আছিল। আজি ভাৰতত গণ-জনতন্ত্ৰ। —পণ্ডিতজীয়ে মোক সোঁৱৰাই দিলে।

কেৱল ভোটৰ দ্বাৰাই জনতন্ত্ৰ নহয়। আজি ভাৰতত যি ৰাজ্য আছে সেয়া মোৰ দৰে বহুতৰ আত্ম বলিদানৰ নামান্তৰহে মাত্ৰ। আত্ম বলিদান ব্যক্তিগত পৰ্যায়তহে হয় আৰু তেতিয়া সেইজন ব্যক্তি ব্যক্তি হৈ নাথাকে; তেতিয়া কি হয় বাৰু? পণ্ডিতজী! মোৰ এই ক্ষেত্ৰত বৰ ভয় হয়।

: এই প্ৰশ্নৰ উত্তৰ প্ৰথমেই মই দিছোঁ।

পণ্ডিতজীয়ে ক'লে— মই বুজি নাপাওঁ যে মোৰ মৰমৰ দেশে মোৰ পিছত এজন উপযুক্ত নেতা উলিয়াব নোৱাৰিবনে যিগৰাকীয়ে এনে পৰিস্থিতি আয়ত্বাধীন কৰিব নোৱাৰিব। মোৰ জনগণৰ ওপৰত সম্পূৰ্ণ আস্থা আছে।

: আপোনাৰ আশা অনুচিত নহয়। কিন্তু ইয়াক কাৰ্যকৰী কৰিবলৈ হ'লে ভাৰতীয় জনতাৰ সৃষ্টিশীল শক্তিক জগাবলৈ এয়া জানো প্ৰয়োজনীয় নহয় যে এতিয়াৰপৰাই জনগণে খোজ আগবঢ়াব লাগিব? ক্ষমা কৰিব পণ্ডিতজী! আপোনাৰ চৰকাৰী অধিকাৰৰ হৈ ক'বলৈ কোনোবা ৰামু ধুবী, কোনোবা জম্বন মুচি, কোনোবা টটু মিস্তৰ মজদুৰ মোৰ চকুত পৰা নাই। ব্যবসায়ী বহুতকে চকুত পৰিছে, কিন্তু গাধৱালা এটাও চকুত পৰা নাই। যদি ৰাষ্ট্ৰীয় ধন বৃদ্ধি কৰা যায় যদি ৰাষ্ট্ৰীয় পৰিকল্পনাৰ উত্তৰোত্তৰ সফল কামনা কৰা হয়, যদি দেশৰ তথা দীন-দুখীয়াৰ উন্নতি কামনা কৰা হয়, তেন্তে এই পৰিকল্পনা বাস্তবত ৰূপায়িত কৰিব লাগিব। জনতাৰ সমস্ত বৰ্গ, সমস্ত স্তৰ, সকলো দিশতে প্ৰতিনিধিত্ব কৰিব লাগিব আৰু এনে এখন ৰাষ্ট্ৰীয় চৰকাৰ নিৰ্মাণ কৰিব লাগিব যে য'ত দেশৰ সমগ্ৰ জনতা পুঁজিপতিৰপৰা কংগ্ৰেছীসকললৈ আৰু কংগ্ৰেছী-সকলৰপৰা সাম্যবাদীলৈ একত্ৰিত হ'ব পাৰে। মাত্ৰ এনে এখন চৰকাৰেহে দেশলৈ উছাহৰ লহৰ বোৱাব পাৰিব। আজি যি কাম দহ বা পোন্ধৰ বছৰে অৰ্থহানিৰ পিছতো হোৱা নাই সেই কামটো আজি অতি কম

অর্থহানি আৰু কম সময়তে সম্পূৰ্ণ হৈ উঠিব লাগিব। কামৰ গতি যথেষ্ট বৃদ্ধি পাব—কিয়নো জনগণ প্ৰত্যেক স্তৰতে ৰাজ্যৰ শাসনকৰ্তা-সকলৰ লগত উপস্থিত থাকিব। এই সময়ত মজদুৰৰপৰা লেখৰ ৰাজ্যমন্ত্ৰীলৈ এনে এক সংগঠিত চৰকাৰৰ অত্যন্ত আৱশ্যক।

পণ্ডিতজীয়ে মিচিকি হাঁহি মাৰি ক'লে—মই ভাবিছিলোঁ, তুমি মোৰ সাক্ষাৎকাৰ ল'বা। এতিয়া ভাব হ'ল তুমিহে মোক সাক্ষাৎ দিবলৈ আহিছা।

মই হতাশ হৈ নীৰবে থাকিলোঁ। তেওঁ অৱশ্যে সঁচা কথাই কৈছিল। মই নীৰবে থকা দেখি তেওঁ ক'লে— কোৱা কোৱা, মইতো আজীৱন ছাত্ৰ। অন্তত মই তোমাৰপৰা কিবা নহয় কিবা অলপ শিকিব পাৰিম।

: মই আপোনাক কি শিকাম? সূৰুযৰ সমুখত চাকি কি জ্বলিব? কিয়নো মই এজন দুখীয়া মানুহৰ গাধ। সমগ্ৰ জীৱন অনাহাৰৰ চিকাৰ হৈ আহিছোঁ। মই জানো—যি দুখ আপোনাৰ অন্তৰত জাগৃত হৈ আছে, সেয়া আমাৰেই দুখ। প্ৰতিদিনৰ দুৰ্দশা দেখিয়ে এই দুখৰ জন্ম হৈছে। সেইবাবে আপুনি যি কথা কৈছে সেয়া অন্তৰৰপৰাই প্ৰকাশ হৈছে। কিন্তু অসুবিধা এয়ে যে আপোনাৰ আৰু আমাৰ মাজত যি প্ৰাচীৰ থিয় কৰোৱা হৈছে, যি কূট-কৌশল প্ৰয়োগ কৰা হৈছে সেয়া অধিক প্ৰতিক্ৰিয়াশীল। তদুপৰি প্ৰায়ে আপোনাক অৱজ্ঞা কৰাৰ দৰে। সেয়ে এই কূট-কৌশলৰ ভিতৰত যি শক্তিয়ে কাম কৰে সেইবোৰ একমাত্ৰ আপোনাৰ ভয়ত লুকাই ৰয়। মোৰ বৰ ভয় হয় যেতিয়া আপুনি আমাৰ মাজত নাথাকিব সেই সময়ত এই কূট-কৌশল কৰা সকল আমাৰ মাজত গাইগুটীয়াভাৱে ঘূৰি ফুৰিব— সেইবাবে এতিয়াই ইয়াৰ ব্যৱস্থা লোৱা বৰ প্ৰয়োজন।

: তোমাৰ অভিপ্ৰায় মোৰ লগৰীয়াৰ স'তে?

মই ক'লোঁ— যি লগৰীয়া আপোনাৰ বাবে আৰু যি আপোনাৰ 'চেকেণ্ড লাইন অফ ডিফেন্স' সেয়া বয়সত আৰু নেতৃত্বত আপোনাতকৈ

জ্যেষ্ঠ। কিন্তু মোৰ উদ্দেশ্য সেইসকলৰ স'তে নহয়, মোৰ উদ্দেশ্য এখন সংগঠিত ৰাষ্ট্ৰীয় চৰকাৰ গঠনৰ ওপৰত। কেৱল এনে এক চৰকাৰেহে আগন্তুক বিছ-ত্ৰিছ বছৰত ভাৰতক আগুৱাই লৈ যাব পাৰিব, য'ত সম্পূৰ্ণ ৰাষ্ট্ৰই নিজ নিজ বৰ্গ আৰু স্তৰৰ স'তে ৰাষ্ট্ৰীয় হিত তথা উন্নতিৰ বাবে সন্মিলিত হ'ব।

পণ্ডিতজীয়ে ক'লে— মই অৱশ্যে নাজানো। চৰকাৰৰ কলা-কৌশল আমাৰ স'তে নাই। উদাহৰণ দিয়া।

: কিমান উদাহৰণ লাগে লওক— আপোনাৰ পৰিকল্পনা মতে প্ৰাইভেট চেক্টৰ ক্ৰমাৎ বৃদ্ধি পাইছে আৰু পাব্লিক চেক্টৰৰ সংখ্যা কম। তদুপৰি প্ৰাইভেট চেক্টৰত ক্ৰমাৎ বিদেশী ধন বৃদ্ধি পাইছে। মৰাপাট, চাহপাত, বেংকৰ ধনৰ অতিৰিক্ত পঁচিছ কোটি টকাৰ ব্যয়েৰে অলপতে দুটা তেল শোধনাগাৰ খোলা হৈছে।

: আমি ইয়াৰ ওপৰত সম্পূৰ্ণ নিয়ন্ত্ৰণ ৰাখিম। —পণ্ডিতজীয়ে ক্ৰোধেৰে ক'লে।

: আমাৰ অৱস্থা যদি এংলো-ইণ্ডিয়ান কোম্পানিৰ দৰে হয়? কেতিয়াবা এনে নহয়তো যে এইবোৰ সংৰক্ষণ কৰি কৰি আমাৰ প্ৰধানমন্ত্ৰীৰ অৱস্থাও ডাক্টৰ মুচদ্দিকৰ দৰে দুৰ্বল হৈ যায়?

: তুমি সঁচাই গাধ। —পণ্ডিতজীয়ে খঙেৰে ক'লে—তুমি প্ৰাচীন ক্লাচিকেল বিপ্লৱীসকলৰ দৰে কথা কৈছা। ভাৰতৰ বিশিষ্ট পৰিস্থিতি জানো দেখা নাই? এই দেশৰ জনতাৰ বিশেষ মনোবৃত্তি জানো অধ্যয়ন কৰা নাই? এওঁলোকৰ শান্তিপ্ৰিয়তাৰ তথা অহিংসাৰ প্ৰতি গভীৰ প্ৰেমৰ জানো প্ৰমাণ পোৱা নাই? এইখন ভাৰতৰ কাম ধীৰে ধীৰেই সমাপন হ'ব। ধীৰ গতিত ৰাষ্ট্ৰৰ প্ৰতি কৰ্তব্যৰ ৰূপ সলনি হ'ব। ধীৰে ধীৰে ৰাষ্ট্ৰৰ সামাজিক স্থিতিস্থাপকতা উৎপন্ন হব— যি এখন আধুনিক সমাজৰ বিশেষত্ব। এইবোৰ কাম একেদিনতে নহয়। ভাৰতত বিপ্লৱীয়ে ভাৰতৰ বিশেষ ৰাষ্ট্ৰীয় গাঁথনিত ইমান দূৰ শিপাইছে যে সেয়া উন্নতিৰ পথত ৰসেৰে উভৈনদী হ'ব। বাহিৰৰ জোৰা-

তাপলিও নালাগিব। মই তোমাক স্পষ্টভাৱে কৈছোঁ, গাধ— সকলো কাম লাহে ধীৰে সম্পন্ন হ'ব।

কিন্তু তেতিয়ালৈ ৰামুৰ পত্নীৰ কি হ'ব? সন্তানহঁতৰ কি হ'ব? যিয়ে এই দেশত চাকৰি নাপায়, যি অসমৰ্থ হৈ এই দেশৰপৰা বাহিৰলৈ গুচি যায় সিহঁতৰ অৱস্থা ভাবি চাওক। এই দেশত দিনে দিনে বৃদ্ধি পোৱা নিবনুৱাৰ কি দশা হ'ব? প্ৰতিখন ৰাজ্যৰ আকাৰ চাওক— মাত্ৰ কিছুদিনৰ আগেয়ে উত্তৰ প্ৰদেশৰ চৰকাৰে স্বীকাৰ কৰিছে যে উত্তৰ প্ৰদেশত নিবনুৱাৰ সংখ্যা ক্ৰমাগত বৃদ্ধি পাইছে।

: মই কোনো যাদু-মন্ত্ৰ নাজানো। মই কোনো মায়াবী নহয় যে ভাৰতৰ অৱস্থা এদিনতে সলনি কৰি পেলাম। এনে সমাধান কোনো দেশতে আজিলৈ হোৱা নাই। পঁচিছ-ত্ৰিছ বছৰৰ আগেয়ে কোনো দেশৰে অৱস্থা ইমান সোনকালে পৰিবৰ্তন নহয়। সকলো দেশৰে ইতিহাসে এই কথাকেই কয়। তেজ, ঘাম একাকাৰ হ'লেহে ৰাষ্ট্ৰীয় ধন বৃদ্ধি পায়। বৃদ্ধি পায় শক্তিৰ পৰিমাণ। পিছত তেওঁ মোৰ পিঠিত হাত থৈ ক'লে—তুমি পোন্ধৰ মিনিটতকৈ অধিক সময় ল'লা। এতিয়া মই যাওঁ।

মই ক'লোঁ—পণ্ডিতজী! আপোনাৰ ওচৰত মই নিবেদন জনাওঁ; সম্ভৱতঃ আপুনি ইংলণ্ডত গাধৰ পিঠিত উঠি ঘূৰি ফুৰিছিল, কিন্তু ভাৰতত মই শুনা নাই যে আপুনি গাধৰ পিঠিত উঠি যাত্ৰা কৰিছে। মোৰ সৌভাগ্য হ'ব যদিহে আপুনি এবাৰ .....

পণ্ডিতজীয়ে মোৰ কথা শেষ হ'বলৈ নিদিলে। তেওঁ জঁাপ মাৰি মোৰ পিঠিত উঠিল আৰু কিছুপৰ মোক বাগিছাৰ ইফালে-সিফালে এনেকৈ দৌৰালে যে মোৰ উশাহ-নিশাহ বন্ধ হোৱাৰ উপক্ৰম হ'ল। অৱশেষত মই হাৰ মানিলোঁ। ভগবানৰ দোহাই! পণ্ডিতজী! এতিয়া নামি যাওক। মই বাৰে বাৰে মিনতি জনালোঁ।

তেওঁ হাঁহি মাৰি মোৰ পিঠিৰপৰা নামিল—এতিয়া কেনে? ধীৰ গতি কাৰ বাক?

ইয়াৰ পিছত মই তেওঁৰ পিনে উভতি চাই দেখিলোঁ যে বাৰাণ্ডাত

ভালেসংখ্যক বিদেশী দূত আৰু কেইজনমান ফ'টোগ্ৰাফাৰে টহল দি ঘূৰি আছিল। পণ্ডিতজীয়ে মোৰ পিঠিত উঠা দৃশ্যৰ ফ'টো লৈছে। দুই-এজন চেক্ৰেটাৰিয়ে বৰ হতাশ হৈ টহল দি ফুৰিছে। নেহৰুজীয়ে মোৰ পিঠিত চাপৰ মাৰি গুচি গ'ল। যোৱাৰ সময়ত মোৰ কাণে কাণে কৈ গ'ল—সেই এশ টকা বামু ধুৰীৰ পত্নীক দিবা।

মই বৰ গৌৰবেৰে খোজ দি পণ্ডিতজীৰ বাসভৱনৰপৰা ওলাই আহিলোঁ, কিয়নো ভাৰতবৰ্ষৰ প্ৰধানমন্ত্ৰীৰ সৈতে মই সাক্ষাৎ কৰি আহিছোঁ। বাহিৰলৈ ওলোৱা মাত্ৰকে মোক প্ৰেছৰ প্ৰতিনিধি বৰ্গ তথা ফ'টোগ্ৰাফাৰে আগুৰি ধৰিলে। □



## সংবাদদাতাসকলে গাধক আগুৰি ধৰাৰ কথা তথা কনষ্টিটিউচন ক্লাবত গৈ দিয়া ভাষণৰ বৃত্তান্ত—

প্ৰধানমন্ত্ৰীৰ বাসভৱনৰপৰা ওলাই অহাৰ পিছত মোৰ নিজে সংসাৰৰ এটা প্ৰভাৱশালী গাধ যেন লাগিবলৈ ধৰিলে। ক্ষন্তেক আগলৈ মই প্ৰাৰ্থনা পত্ৰ হাতত লৈ বাটে-ঘাটে মাউৰা সন্তানৰ দৰে ঘূৰি ফুৰা এটা অত্যন্ত সাধাৰণ গাধ আছিলোঁ। কিন্তু প্ৰধানমন্ত্ৰীক সাক্ষাৎ কৰাৰ পিছতে মোৰ ভাগ্য ৰবি উদয় হ'ল। যেতিয়া মই প্ৰধানমন্ত্ৰীৰ বাসভৱনৰ বাহিৰ ওলাওঁ তেতিয়া দুৱাৰৰ বাহিৰত প্ৰেছৰ প্ৰতিনিধিবৃন্দ তথা ফটোগ্ৰাফাৰ-সকল অপেক্ষাৰত অৱস্থাত আছিল। তেওঁলোকে মোৰ উপৰ্যুপৰি ফটো ল'বলৈ ধৰে। শেষত তেওঁলোকে মোক আগুৰি ধৰি মোৰ সাক্ষাৎকাৰ ল'বলৈ কনষ্টিটিউচন ক্লাবলৈ লৈ গ'ল।

কনষ্টিটিউচন ক্লাবত সংবাদদাতাসকলে মোক ওপৰা উপৰিকৈ প্ৰশ্ন সোধাত লাগিল।

: প্ৰধানমন্ত্ৰীৰ স'তে আপোনাৰ কি কি বিষয়ৰ ওপৰত কথা হ'ল ক'বনে? —এজন সংবাদদাতাই প্ৰশ্ন কৰিলে।

মই ক'লোঁ—অলপমান ঘাঁহৰ ওপৰত, অলপমান গোলাপ ফুলৰ ওপৰত কথা হ'ল।

: আপুনি আমাক অবজ্ঞা কৰিছে। ভালকৈ কওকচোন কি কি বিষয়ৰ ওপৰত আলোচনা হ'ল। —দ্বিতীয়জন সংবাদদাতাই সুধিলে।

তেওঁৰ সৈতে মোৰ কথা-বতৰা কেনেকৈ লিখিব? তথাপি অলপমান ধুবীৰ ওপৰত, অলপ-অচৰপ সিহঁতৰ গাধৰ বিষয়ে, অলপমানকৈ ওপজ্ৰা গাধৰ বিষয়ে আমি আলচ কৰিছিলোঁ। —মই উত্তৰ দিলোঁ।

তৃতীয়জন সংবাদদাতাই সুধিলে—বিলাতী গাধৰ ওপৰত কিবা চৰ্চা কৰিছিলনে?

মই ক'লোঁ—নিশ্চয়। যেতিয়া পণ্ডিতজীয়ে বিলাতত পঢ়িছিল তেতিয়া নিয়মিতভাৱে গাধৰ ওপৰত যাতায়ত কৰিছিল। সেই সময়ত তেওঁ 'হৰ্টফোৰ্ড চায়াৰ'ৰ গাধক বৰ ভাল পাইছিল।

প্ৰেছৰ সংবাদদাতাসকলৰ কলমে অবিৰামভাৱে গতি কৰিছিল যদিও মই ভালদৰে বুজি পাইছিলোঁ যে যি বক্তব্য তেওঁলোকে মোৰপৰা আশা কৰিছিল সেয়া পূৰণ হোৱা নাই। তেওঁলোকৰ ওপৰত মোৰ দয়া উপজিল। শেহত মই ক'বলৈ বাধ্য হ'লোঁ এইদৰে—

মাননীয় মহিলা আৰু সুধীবৃন্দ (কাৰণ প্ৰেছৰ প্ৰতিনিধিসকলৰ মাজত কেইগৰাকীমান মহিলাও উপস্থিত আছিল) আপোনালোকে এই কথা জানি আনন্দিত হ'ব যে ভাৰতবৰ্ষত ময়েই একমাত্ৰ গাধ, যেয়ে আজি পণ্ডিত জৱাহৰলাল নেহৰুক নিজৰ পিঠিত বহুৱাই যথেষ্ট গৌৰব বোধ কৰিছোঁ।

এই ঘোষণা শুনাৰ লগে লগে বহুকেইজন প্ৰতিনিধি আনন্দত জঁপিয়াই উঠিল। তেওঁলোকে বাতৰি কাকতৰ বাবে শিৰোনামা বাতৰি

পাই গ'ল।

মই কল্পনা কৰিলোঁ— যে সংবাদপত্ৰৰ শিৰোনামা বাতৰি মই পাবলৈ সমৰ্থ হৈছোঁ। এনেতে কোনোবাই যেন মোৰ কাণখন মূচৰি দিলে। তেওঁ আমেৰিকাৰ সংবাদপত্ৰ 'লাইফ'ৰ প্ৰতিনিধি আছিল। তেওঁৰ লগত 'নিউয়ৰ্ক টাইমচ,' 'লণ্ডন টাইমচ' আৰু 'মানচেষ্টাৰ গাৰ্জিয়েন'ৰ প্ৰতিনিধিও উপস্থিত আছিল।

: তুমিতো আমাৰ ফ্ৰান্সিচতকৈও এখোপ চৰা। —'লাইফ'ৰ প্ৰতিনিধিয়ে ক'লে।

: ফ্ৰান্সিচ কোন বাৰু?

: কথা ক'ব পৰা এটা খচ্চৰ। 'মেট্ৰো গোল্ড উইন মেয়াৰৰ' ছবিত কাম কৰিছিল; কিন্তু তাৰ কাহানিও এই সৌভাগ্য নহ'ল—সংসাৰৰ কোনোবা এজন মহান ৰাজনীতিজ্ঞৰ স'তে সাক্ষাৎ কৰাৰ।

'নিউয়ৰ্ক টাইমচ'ৰ প্ৰতিনিধিৰ কোটৰ কলাৰত ধৰি ক'লোঁ— শুনা ভাই, তোমাক এটা কথা কওঁ—যদি ফ্ৰান্সিচ আৰু এই ভাৰতীয় গাধৰ যুটীয়াকৈ সাক্ষাৎকাৰ এটা লৈ আমেৰিকাৰ দূৰদৰ্শনত প্ৰচাৰ কৰা হয় তেতিয়া'হলে······

'লাইফ'ৰ প্ৰতিনিধিয়ে এই সুন্দৰ প্ৰস্তাব শুনি আনন্দত জঁপিয়াই উঠিল। তেওঁ ক'লে— মই এইমাত্ৰ ফ্ৰান্সিচক চাটাৰ্ড উৰাজাহাজত ইয়ালৈ পঠিয়াই দিবলৈ তাঁৰবাৰ্তা পঠিয়াইছোঁৱেই। এই সাক্ষাৎকাৰ বৰ সুখপাঠ্য হ'ব।

'মানচেষ্টাৰ গাৰ্জিয়ান'ৰ প্ৰতিনিধিয়ে অলপ কটু ভাষাৰে ক'লে —শুনা ভাই, এই গাধৰ ৰাজনৈতিক বিচাৰ-বুদ্ধি সম্বন্ধে জানি লোৱা বিশেষ প্ৰয়োজন। ইয়াক বৰ টেঙৰ যেন অনুমান হৈছে।

'লণ্ডন টাইমচ'ৰ প্ৰতিনিধিয়ে 'ৰয়েল কমিচন'ৰ কোনোবা সদস্যৰ দৰে ক'লে—হেল্ল' মিষ্টাৰ ডংকি! ব্যক্তিগত স্বতন্ত্ৰতা সম্পৰ্কে তোমাৰ মতামত কি?

মই উত্তৰ দিলোঁ—প্ৰত্যেক গাধৰে ঘাঁহনিত চৰাৰ স্বতন্ত্ৰতা থকা

উচিত।

: আৰু সহ-অবস্থান সম্পৰ্কে ?

মই ক'লোঁ—প্ৰত্যেক গাধই নিজে জীয়াই থকাৰ লগতে আনকো জীয়াই থাকিবলৈ দিব লাগে। অন্ততঃ গাধই এইষাৰ কথা পালন কৰে, মই অৱশ্যে মানুহৰ কথা কোৱা নাই।

: জাতীয় ভেদভাবৰ ওপৰত তোমাৰ বিচাৰ কি ?

: আমাৰ গাধৰ মাজত জাতীয় ভেদ ভাব নাই। গাধ ক'লা নোমেৰে হওক বা মুগা নোমেৰে হওক বা তাৰ মূৰৰ বং বগাই হওক বা ক'লা, তাৰ ছাল এক ৰঙৰেই হওক, বা বহু ৰঙৰেই হওক, আমাৰ বাবে কোনো পাৰ্থক্য নাই। আমাৰ মাজত সকলো গাধই সমান।

'মানচেষ্টাৰ গাৰ্জিয়ানৰ' প্ৰতিনিধিয়ে মোৰ এনে আন্তৰিকতাপূৰ্ণ বক্তব্য শুনি 'নিউয়ৰ্ক টাইমচ' আৰু 'লাইফ'ৰ প্ৰতিনিধিলৈ চাই ক'বলৈ ধৰিলে—চোৱা, মই তোমালোকক প্ৰথমেই ইয়াৰ ৰাজনৈতিক বিচাৰ-বুদ্ধি সম্পৰ্কে জানিবলৈ দিয়া নাছিলোঁনে ?

'লাইফ'ৰ প্ৰতিনিধিয়ে 'নিউয়ৰ্ক'ৰ প্ৰতিনিধিলৈ চাই ক'লে—মোৰ বিচাৰত এতিয়া ফ্ৰান্সিচক মাতিলে একো লাভ নহ'ব। এই তাঁৰবাৰ্তা বন্দ কৰা যাওক।

'মানচেষ্টাৰ গাৰ্জিয়ান'ৰ প্ৰতিনিধিয়ে সুধিলে—মহাশয়, এতিয়া পূব আৰু পশ্চিমত যি শীতল যুদ্ধ আৰম্ভ হৈছে তাৰে এটি চমু আভাস দিয়কচোন।

আমাৰ গাধৰ মাজত কাহানিও শীতল বা যুদ্ধ হোৱা নাই। আপোনালোকে জানিব যে বাস্তৱত আমি গাধবোৰে যুদ্ধক বৰ ঘৃণা কৰোঁ। আপোনালোকে প্ৰায়ে দেখা পাব যে ঘাঁহৰ বাবে এটা এলেকাত ডজনতকৈও অধিক গাধই মিলি-জুলি চৰি ফুৰে—আৰু কোনেও কাহানিও যুঁজ নকৰে। আমি বুজি নাপাওঁ মানুহবোৰে কিয় এইদৰে মিলি-জুলি থাকিব নোৱাৰে! আপোনালোকে এয়াও নিশ্চয়

দেখিছে যে বিভিন্ন ৰঙৰ তথা জাতিৰ গাধই একেলগে মিলি ইটা কঢ়িয়ায় আৰু নন অট্টালিকা সজোৱাত সহায় কৰে। এতিয়াও মই বুজি নাপাওঁ আপোনালোক মানুহ জাতিয়ে কিয় বাৰু মিলাপ্ৰীতিৰে এখন সুন্দৰ পৃথিৱী অথবা এটা সুন্দৰ কাৰখানা গঢ়ি তুলিব নোৱাৰে।

: আৰু পঞ্চশীল সম্পৰ্কে ?

এনে সময়ত 'লণ্ডন টাইমচ'ৰ প্ৰতিনিধিয়ে ঘৃণা সহ মুখ ঘূৰাই 'মানচেষ্টাৰ গাৰ্জিয়ান'ৰ প্ৰতিনিধিক ক'লে—এই বিষয়ে সুধি একো লাভ নহ'ব। এই গাধৰ ওপৰত নেহৰুৰ যাদুৱে ক্ৰিয়া কৰিছে। ভাল হ'ল এই গাধ যে 'বানডুং কনফাৰেঞ্চত' নাই—নহ'লে ই যে কি বিপত্তি ঘটালেহেঁতেন কোনে জানে!

তেওঁলোক তিনিও মোক এৰি থৈ গুচি গ'ল। কিন্তু তেওঁলোক যোৱাৰ পিছতো আৰু বিভিন্ন ধৰণৰ প্ৰশ্ন উত্থাপিত হ'ল আৰু সেই-বোৰ প্ৰশ্নৰো উত্তৰ মই যথাযথভাৱেই দিলোঁ। এই প্ৰেছ কনফাৰেন্স অতি কমেও ডেৰ ঘণ্টালৈ চলিল। ইয়াৰ পিছত প্ৰতিনিধিবৰ্গই নিজ নিজ ৰিপ'ৰ্ট দিবলৈ দপ্তৰলৈ ৰাওনা হ'ল, কিয়নো তেওঁলোকে এক নতুন তথা আচৰিত ধৰণৰ সংবাদ প্ৰকাশ কৰাৰ সুবিধা পাইছে। ইমান দীঘলীয়া কনফাৰেন্সৰ পিছত মই ঘামেৰে জুৰুলি-জুপুৰি হৈ পৰিলোঁ। ইপিনে ভাগৰত অৱশৰ দৰে হ'লোঁ। মই মনতে ঠিক কৰিলোঁ যে ৰামু ধুবীৰ বিধবা পত্নীৰ ঘৰলৈ যোৱাৰ আগতে যমুনাৰ শীতল পানীতে স্নান কৰা উত্তম হ'ব। তেতিয়াহে দেহ শীতল পবিত্ৰ আৰু ভাগৰো পলাব। ইয়াকে ভাবি মই কনষ্টিটিউচন ক্লাবৰপৰা যেতিয়া বাহিৰলৈ ওলালোঁ তেতিয়া এজন শকত-আবত চুটি-চাপৰ আৰু সুন্দৰ ধুতি আৰু কোট পিন্ধা ব্যক্তিয়ে মোক মাত দিলে—'ক্ষমা কৰিব মহাশয়, প্ৰধানমন্ত্ৰীৰ স'তে বিশেষ সাক্ষাৎকাৰৰ সুবিধা পোৱা গাধ আপুনিয়েই নেকি ?

: এৰা !

মানুহজনে মোক ভৰিৰপৰা মূৰলৈ চালে। কিছুপৰ নীৰৱে থকাৰ

পিছত নিজকে সংযত কৰি ক'লে—যদি কষ্ট নহয় তেন্তে মোৰ এই গৰীবৰ ঘৰত আহাৰ গ্ৰহণ কৰক। মোৰ ঘৰ এই ক্লাবৰ নিচেই কাষতে 'বৰজাত্যা মহল'। 'কিন্তু ইয়াৰপৰা যাম কিদৰে? মই এটা হাঁহি মাৰি ক'লোঁ, সম্প্ৰতি মোৰ বৰ ভাগৰ লাগিছে।'

মোৰ এখন 'বুইক গাড়ী' আছে। আপুনি হয়তো তাতে যাব নোৱাৰিব, সেইবাবে মই এখন 'চেভ্ৰ'লেট লৰি' আনিছোঁ।

জীৱনত প্ৰথম বাৰৰ বাবে মই 'চেভ্ৰলেট লৰি'ত উঠিলোঁ। সঁচাকৈ এনে লোহাৰ গাধ বৰ সুন্দৰ।

বৰজাত্যা মহল সঁচাকৈয়ে এটি মহলৰ দৰে সজ্জিত। মোক যিখন চোফাৰ ওপৰত নি বহুৱালেগৈ সেইখন ইমান ডাঙৰ যে তাত অনায়াসে দুটা গাধ বহিব পাৰে। 'বৰজাত্যা মহলত আহক-বহক' বুলি সাদৰ সম্ভাষণ জনোৱাৰ পিছত বৰজাত্যাই বৰ আদৰেৰে মোক সুধিলে— 'এতিয়া আপুনি কি খাব? লেমন চৰবৎ, স্কোৱাছ নে কটিকা?'

বৰজাত্যাই বৰ গম্ভীৰ ভাবত ঘণ্টা বজালে—যেন সমগ্ৰ জীৱন তেওঁ অতিথিক ঘাঁহ খুউৱাৰ পৰম্পৰা ৰক্ষা কৰি চলিছে। ইয়াৰ পিছত তেওঁ লগুৱাইঁতক কিবাকিবি আদেশ দিলে।

ক্ষন্তেক পিছত যেতিয়া লগুৱাইঁত কোঠাত প্ৰবেশ কৰিলে তেতিয়া মই দেখিলোঁ যে এখন ডাঙৰ ৰূপৰ ট্ৰে'ত সেউজীয়া সুগন্ধি ঘাঁহ কাটি কাটি আনিছে। বৰ সুন্দৰকৈ কটা ঘাঁহ, খাওঁতে দাঁতত অকণো দুখ নাপায়। ঘাঁহ খোৱাৰ পিছত দ্বিতীয়জন লগুৱাই ৰূপৰ এটা বাল্টিত মোৰ বাবে শীতল পানী প্ৰস্তুত কৰিলে। ৰিফ্ৰিজাৰেটৰৰ শীতল পানীৰ সৈতে কেইবিধমান সুগন্ধি চৰবৎ মিহলি কৰি দিলে। যেতিয়া মই পানী খাই শেষ কৰিলোঁ তেতিয়া তৃতীয়জন লগুৱাই এখন বগা টাৱেলেৰে মোৰ মুখ পৰিষ্কাৰ কৰি দিলে। চতুৰ্থজনে মোক সুধিলে—'আপুনি বাৰু কেনে ধৰণৰ পাণ খাব কওক—সাধাৰণ পাণ নে কিবামৱালা?'

: কিবামৱালাই ভাল হ'ব। —মই উত্তৰ দিলোঁ—'চাবা আকৌ

কিবাম্ লক্ষ্ণৌৰ হ'ব লাগিব নহ'লে মোৰ পাণৰ সোৱাদ নষ্ট হ'ব।'

এইবুলি মই শেঠ ৰৰজাত্যালৈ উভতি চালোঁ। শেঠ ৰৰজাত্যাই মোৰ কাষলৈ আহি ক'লে— 'কথাটো হ'ল, মই সেই প্ৰেছ কনফাৰেন্সত উপস্থিত আছিলোঁ। সেই সময়ত মই অনুমান কৰিছিলোঁ যে আপুনি পণ্ডিতজীৰ লগত কৰা আলচৰ মুখ্য উদ্দেশ্য প্ৰকাশ কৰা নাই। সেয়ে মোৰ সন্দেহ হৈ আছে।'

: 'এৰা'—মই কথাটো অলপমান বুজি পোৱাৰ দৰে ক'লোঁ।

'বাৰু, মোক আপুনি স্পষ্টকৈ কওকচোন—পণ্ডিতজী আৰু আপোনাৰ মাজত কি কি কথা-বতৰা হৈছিল?'

: বহুতো কথা-বাৰ্তাই হ'ল।' মই সন্তোষজনক সুৰেৰে মূৰ জোকাৰি ক'লোঁ—'ৰাষ্ট্ৰীয় জীৱনৰ কথা, বৈদেশিক ৰাজনীতিৰ কথা, পঞ্চবাৰ্ষিক পৰিকল্পনাৰ কথা ইত্যাদি।'

: 'কিবা ঠিকাৰ বিষয়ে আলচ হৈছিলনে?'

মোৰ মগজুলৈ তেল শোধনাগাৰৰ কথাটো আহিল।

—'এৰা, অলপ-অচৰপ ঠিকাৰ বিষয়ে আলোচনাও কৰিছিলোঁ।

: 'কিমান টকাৰ ঠিকা বাৰু? দহ লাখ নে কুৰি লাখ?'

: 'তাতকৈ কিছু বেছি।'

: 'এক কোটি?' — ৰৰজাত্যাই চকীখন আৰু অলপমান কাষলৈ টানি আনি ক'লে।

: 'তাতকৈও অধিক।'

: 'পাঁচ কোটি?'

: 'নহয়, তাতোকৈও অধিক।'

: 'দহ কোটি?'—ৰৰজাত্যাৰ মাত কঁপিবলৈ ধৰিলে। তেওঁ চকীখন টানি একেবাৰে মোৰ কাষ চাপিল।

: 'কুৰি কোটিতকৈও অধিক'—মই উত্তৰ দিলোঁ।

: 'হ'ব হ'ব, আৰু বেছি নক'ব। —ৰৰজাত্যাই মোৰ ওঁঠত হাত থৈ ক'লে—'বেৰবো কাণ থাকে।'

: 'কিন্তু শুনকচোন' – মই কথা এটা ক'ব খুজিছিলো।

: 'হ'ব হ'ব—শেঠ বৰজাত্যাই নিজৰ ওঁঠত হাত দি ক'লে—'মোক আৰু একো নক'ব—এয়াই যথেষ্ট। পঁচিছ কোটি! বাপৰে বাপ, শুনক শ্ৰীমানজী! আজিৰপৰা আপুনি মোৰ পাৰ্টনাৰ।'

: 'পাৰ্টনাৰ?' —মই হতাশ হৈ ক'লোঁ। 'কি কথাৰ বাবে?'

: 'চুক্তিৰ বাবে।' —বৰজাত্যাই সংকেতেৰে ক'লে— 'যি কথাৰ পণ্ডিতজীৰ স'তে আপোনাৰ চৰ্চা হৈছিল!'

: 'কিন্তু'··· —মই ক'বলৈ বিচৰাত বৰজাত্যাই পুনৰ মোৰ বাক্য শেষ কৰিবলৈ নিদিলে···

: 'ইয়াত কিন্তু-চিন্তু নচলিব।' —বৰজাত্যাই মোক বুজাবলৈ ধৰিলে—'চাওক, আপুনি বৰ বুদ্ধিমান। কিন্তু আপোনাৰ হাতত টকা নাই, তাৰ বিপৰীতে মোৰ হাতত টকা আছে। মই আপোনাক এই ব্যৱসায়ত এক-তৃতীয়াংশৰ অংশীদাৰ কৰি ল'ম।'

মই অসন্মতি প্ৰকাশ কৰি মূৰ জোকাৰিলোঁ। —'কিন্তু আপুনি চাওক···'

: 'ভাল বাৰু, মই বুজি পাইছোঁ আপুনি অধিক অংশ বিচৰা যেন অনুমান হৈছে। ভাল কথা, ফিফটি-ফিফটি। আধা মোৰ আধা আপোনাৰ। এতিয়া হ'বনে? এইখন কাকতত চহী কৰক— মই টেলিফোনত কৈ সকলোবোৰ আগতেই ঠিক কৰি থৈছিলোঁ। মোৰ অনুমান সত্য হ'ল।'

: 'কিন্তু মহাশয়, আপুনি ডাঙৰ ভুল কৰিবলৈ ওলাইছে। মই এইখন কাকতত চহী নকৰোঁ।'

বৰজাত্যাই মোলৈ উভতি চাই ক'লে— 'মই আপোনাক গাধ বুলি জানিছিলোঁ, কিন্তু আপুনি সাংঘাতিক টেঙৰ। ভাল বাৰু, মই আপোনাক মোৰ ফাৰ্মৰ আধা অংশীদাৰ কৰি ল'লোঁ। এই ঠিকাৰ বাবে অতিৰিক্ত মোৰ ফাৰ্মৰ দ্বিতীয় ঠিকাৰো অংশীদাৰ হ'ব। সেয়ে

এতিয়া আৰু আপত্তি নকৰিব। মই আপোনাক সত্য কথাই কৈছোঁ। ইয়াতকৈ সুন্দৰ চৰ্ত আপুনি ক'তো নাপাব। বৰজাত্যা বৰজাত্যা এণ্ড বৰজাত্যা কনষ্ট্ৰাক্ট্চন কোম্পানিৰ অংশীদাৰ হোৱাটো ভাৰতৰ যিকোনো ডাঙৰ পুঁজিপতিৰ বাবে এক গৌৰবৰ বিষয়।'

: 'চাওকচোন, মই এটা সাধাৰণ গাধ আৰু...'

বৰজাত্যাই মোৰ কথাৰ মোৰ সলাই ক'লে— 'ইয়াত আকৌ কি হ'ল? আমাৰ সাধাৰণতে অংশীদাৰ গাধই হয়, নহ'লে আমি ইমান লাভ কিদৰে কৰিব? আপুনিতো জানেই সকলো।'

বৰজাত্যাই মোৰ ছালত চিকুট মাৰি ইমান জোৰেৰে হাঁহিবলৈ ধৰিলে আৰু এনেদৰে মোৰ পিঠিত থপৰিয়াবলৈ ধৰিলে যেন আমি শৈশৱৰেপৰা একেলগে ঘাঁহ খাই চৰি ফুৰা পেঙুৰা গাধ আছিলোঁ। পিছত তেওঁ মোক চকুৰে ইংগিত দি ক'লে— 'মই আপোনাক এই অট্টালিকাৰ এটি বিতোপন কোঠা বেলেগে দিলোঁ। প্ৰথম শ্ৰেণীৰ শীত-তাপ নিয়ন্ত্ৰিত কোঠা। যিটো এজন ৰজাৰ প্ৰতিযোগী ঘোঁৰাৰ ভাগ্যতো নিমিলে। সকলো প্ৰকাৰৰ ভোগ-বিলাস থাকিব, ৰাতি আপুনি মুন্নন বাইৰ নাচ আৰু গান উপভোগ কৰিব পাৰিব।'

মই চোফাৰপৰা উঠিবলৈ প্ৰস্তুত হৈ ক'লোঁ। 'মোক এতিয়া যাবলৈ আজ্ঞা দিয়ক। তদুপৰি মই এজনী দুখীয়া বিধবাৰ গাধ। তেওঁ আৰু তেওঁৰ সন্তানহঁতে মোৰ বাবে প্ৰতীক্ষা কৰি আছে। প্ৰধানমন্ত্ৰীয়ে মোৰ হাতত তেওঁলোকৰ বাবে সাহায্য প্ৰদান কৰিছে।'

: 'আপুনি ক'লৈ যাব?' —বৰজাত্যাই প্ৰশ্ন কৰিলে।

: 'কৃষ্ণনগৰ, যমুনাপাৰ।'

: 'তালৈ যোৱাৰ কিহৰ প্ৰয়োজন? মই নিজৰ এজন দূত পঠিয়াই দি সিহঁতক ইয়ালৈ লৈ আহোঁ। ৰামু ধুবীৰ পত্নী আৰু সন্তানহঁতক ইয়ালৈ আনি ইয়াতে থকাৰ ব্যৱস্থা কৰি দিওঁ। মোৰ নিজৰ ঘৰতো এজনী ধুবুনীৰ প্ৰয়োজন। প্ৰথম ধুবীজন বৰ এলেহুৱা আছিল। আপুনি চিন্তা নকৰিব, সকলো ঠিক হৈ যাব। আপুনি অকণো হতাশ

নহ'ব। আপুনি যদি অলপ সময় চিন্তা কৰিব খোজে আৰু সম্প্ৰতি এইখন কাকতত স্বাক্ষৰ প্ৰদান নকৰে তেন্তে আপোনাকে জোৰ নকৰোঁ। কিন্তু এয়া নিবেদন অবশ্যে কৰিম যে আপুনি কিছুদিন মোৰ অতিথি হৈ থাকক তেতিয়াহে মই পৰম সন্তোষ পাম।'

তেওঁ অংশীদাৰৰ কাকতখন জেপত ভৰাই মোৰ পিনে এনে বিনয়ী দৃষ্টিৰে চালে যাতে মই আৰু কোনোপধ্যেই অসন্মত নহওঁ। পিছত মই ভাবিলোঁ—মোৰ বাবে ৰামু ধুবীৰ পত্নীয়ে কামটো যিহেতু পাইছে আৰু সময়ত সন্তানহ'তৰো এটি গতি লাগিব। কাজেই মই ইয়াতে কিছুদিন অতিথি হৈ থকাটো বেয়া নহ'ব।

দ্বিতীয় দিনা সংগীতৰ মৃদু সুৰত মোৰ গভীৰ টোপনি আহিল। পিছত মোক টোপনিৰপৰা জগাবলগীয়া হ'ল। মই আঠুৰাৰ ভিতৰৰপৰা উঠি দেখিলোঁ— বহুকেইজন লগুৱাই চাহ-জলপান লৈ বৈ আছে। কণী ধানৰ সুগন্ধি থেতেলা কৰা জলপান পাই অসম্ভৱ তৃপ্তি পালোঁ। ইয়াৰ আগতে শুনিছিলোঁহে যে মানুহে নিজা উদ্দেশ্য পূৰণৰ হকে গাধকো নিজৰ পিতা কৰি লয়, তাক আজি মই নিজ চকুৰে দেখিলোঁ। যেতিয়া মই জলপান খাই আছিলোঁ তেতিয়া শেঠ বৰজাত্যাই ভালে-সংখ্যক বাতৰি কাকত লৈ আনন্দমনে কোঠাত প্ৰবেশ কৰিলে। কোঠাত সোমায়ে এনে উল্লাসেৰে মোৰ ডিঙিত ধৰিলে যেন মই গাধ নহয়— তেওঁৰ নিজস্ব ভাই অথবা পিতৃ। আহিয়ে তেওঁ ক'বলৈ ধৰিলে— 'এয়া চাওক, সকলো ঠাই। কাকতে আপোনাৰ ফটো প্ৰথম পৃষ্ঠাত ছপা হৈছে। আজি দেখোন আপুনি 'ফৰমোচাৰ সংকটকো' দ্বিতীয় পৃষ্ঠাত স্থান দিলে। এয়া চাওক, চাৰ্চিলৰ ভাষণো দ্বিতীয় পৃষ্ঠালৈ আহিল।'

মই দেখিলোঁ 'ডেইলি মিৰৰ'ত সাত শাৰীৰ বক্তব্য — 'কথা কোৱা গাধৰ প্ৰধানমন্ত্ৰীৰ সৈতে সাক্ষাৎ, বিশ্বৰ এক চমৎকাৰ ঘটনা।'

আৰু 'নিউয়ৰ্ক টাইমচ'ৰ প্ৰথম পৃষ্ঠাত মোৰ আৰু ফ্ৰাঙ্কিচৰ চিত্ৰ একে ঠাইত প্ৰকাশিত। ইয়াৰে এটি অতিৰিক্ত সম্পাদকীয়ত লিখা হৈছে— 'যদি পণ্ডিত নেহৰুৱে ভাৰতৰ এটা গাধক সাক্ষাৎ দিব

পাৰে তেন্তে আমাৰ প্ৰধানমন্ত্ৰীয়ে 'মেট্ৰোগোল্ডাম্বিন মেয়াৰৰ ফ্ৰান্সিচক কিয় সাক্ষাৎকাৰৰ সুবিধা দিব নোৱাৰে? যিমান সোনকালে পৰা যায় এই কাম কৰা উচিত। অন্যথাই সমগ্ৰ এচিয়াত আমেৰিকাৰ প্ৰতিষ্ঠা বিপদত পৰাৰ সম্ভাৱনা আছে।'

'লণ্ডন টাইমচ'ৰ বিবৃতি— 'এতিয়া সংসাৰত গাধয়ো যুদ্ধৰ বিৰুদ্ধে কথা ক'বলৈ ধৰিছে। পশ্চিমৰ বিপদ।'

ফ্ৰান্সৰ ৰক্ষণশীল কাকত 'লা ম'ণ্ডে'ৰ এটা ব্যংগাত্মক বাতৰিৰে মাইজক হলুৱাইছে—

'নেহৰুৰ গাধ
পঞ্চশীলৰ সপক্ষে'

'লা ম'ণ্ডে'ৰপৰা কেতিয়া বাৰু ন্যায় আশা কৰিব পৰা হ'ব? ভাৰতৰ প্ৰায়বোৰ কাকততে ডাঙৰ ডাঙৰ আখৰেৰে মোৰ সাক্ষাৎকাৰৰ কথা ছপা হৈছে। বস্তুতো কাকতত সম্পাদকীয় স্তম্ভীয়াকৈ ছপা হৈছে। আনহাতে অন্য এখন কাকতে বৰ কঠোৰকৈ লিখিছে যে 'পণ্ডিত নেহৰুৱে কিয় বাৰু এনে এটা সাধাৰণ গাধক সাক্ষাৎকাৰ দিলে।' অৰ্থাৎ যিমান প্ৰশ্ন সিমান উত্তৰ। অবশ্যে ইয়াত কোনো সন্দেহ নাই যে এটা ৰাতিৰ ভিতৰতে মই আন্তঃৰাষ্ট্ৰীয় মৰ্যদা অৰ্জন কৰিলো। চৌদিশে মাথো মোৰ কথাই চৰ্চা হ'বলৈ ধৰিলে।

'এইবাৰ টেলিগ্ৰাম চাওক।' শেঠ বৰজাত্যাই টেলিগ্ৰামৰ বাণ্ডিল এটা উলিয়াই মোক ক'লে। প্ৰায়বোৰ টেলিগ্ৰামেই নোখোলা অবস্থাত আছিল। কিছু সংখ্যক টেলিগ্ৰাম বৰ গুৰুত্বপূৰ্ণ। 'এইখন টেলিগ্ৰাম চাওক, প্ৰসিদ্ধ ছবি পৰিচালক খাজা আহমেদ আব্বাছ আৰু ৰমেশ চাইগলে প্ৰাৰ্থনা জনাইছে যে আপুনি তেওঁলোকৰ নব নিৰ্মিত ছবিত কাম কৰিব লাগে মাহে তিনি হাজাৰ বোনাচ পাব— তদুপৰি অহা-যোৱাৰ বাবদ উৰাজাহাজৰ টিকটৰ মূল্যও পাব। আপোনাৰ সতে কাম কৰিবলৈ নলিনী জয়ন্ত, চুৰায়া, নাৰ্গিচৰ সতে কথা-বাৰ্তা চলিছে। দেখা যাওঁক কোন গৰাকী নায়িকাক মনোনীত কৰা হয়।'

এইখন টেলিগ্ৰাম চাওক— প্ৰসিদ্ধ ছবিৰ নায়ক গোপ আৰু ভগৱানে আপোনাৰ স'তে কমেডি ছবি কৰিবলৈ বিচাৰিছে। পাব্লিচিটিত আপোনাৰ নাম তেওঁলোকতকৈ আগেয়ে দিয়া হ'ব। কওক, আপুনি ৰাজীনে?

আৰু এয়া 'দি গ্ৰেট ৰয়েল ইণ্ডিয়ান চাৰ্কাচ'ৰ অফাৰ। তেওঁলোকে আপোনাক লগত লৈ ইউৰোপ ভ্ৰমণ কৰিবলৈ বৰ আগ্ৰহী।'

মই খঙতে টেলিগ্ৰামৰ বাণ্ডিলটো মজিয়াত দলিয়াই দিলোঁ। ৰবজাত্যাই বৰ দুখ প্ৰকাশ কৰি ক'লে— 'মানুহে এনে খ্যাতিৰ বাবে সদায় আগ্ৰহ প্ৰকাশ কৰে আৰু আপুনি এইদৰে উপেক্ষা কৰিছে! হেৰি মহাশয়, মই এনে খ্যাতি পালে গাধ কিয়, গাহৰি হ'বলৈও সাজু আছোঁ।'

মই ক্ৰোধত দাঁত কামুৰি থাকিলোঁ যদিও একো ক'ব নোৱাৰিলোঁ। শেঠ ৰবজাত্যাই ক'লে— 'বাহিৰত বহুতো লোকে আপোনাক সাক্ষাৎ কৰাৰ বাবে আশা প্ৰকাশ কৰি প্ৰতীক্ষা কৰি আছে। সাক্ষাৎকাৰীৰে কোঠা পৰিপূৰ্ণ।'

: 'মই কাৰো স'তে সাক্ষাৎ নকৰোঁ।' ক্ৰোধত নেজ জোকাৰি মই উত্তৰ দিলোঁ।

: 'অন্ততঃ আপুনি দিল্লী পৌৰ নিগম কমিটিৰ চেয়াৰমেনক লগ ধৰক।'

: 'কি? তেখেতো আহি উপস্থিত হৈছে?' মই হতাশ হৈ সুধিলোঁ।

: 'এৰা!' শেঠ ৰবজাত্যাই এনে ধৰণে চকুৰ ইংগিত দিলে এয়া যেন তেওঁৰ একান্ত কষ্টৰ ফল। 'প্ৰকৃততে দিল্লী পৌৰ নিগম কমিটিয়ে আপোনাক এখন সন্মান-পত্ৰ প্ৰদান কৰিবলৈ বিচাৰিছে।'

: 'মোক?' মই আচৰিত হৈ চিঞৰি উঠিলোঁ। 'এটা সামান্য গাধক? দিল্লী পৌৰ নিগম কমিটিৰ বাৰু কি হ'ল?'

: 'আপুনি এতিয়া সামান্য গাধ নহয়।' ৰবজাত্যাই'ৰ উলাহেৰে মোক চমক লগাই ক'লে—'আপুনি এতিয়া একমাত্ৰ ভাৰত বিখ্যাতেই

নহয় বৰং বিশ্ববিখ্যাত গাধ — পৃথিৱীৰ সম্ভ্ৰান্ত গাধ।'

: আৰু এয়া এই বাবেই সম্ভৱ হ'ল, কিয়নো ভুলক্ৰমে মোৰ প্ৰধানমন্ত্ৰীৰ বাসভৱনলৈ যোৱা হৈছিল আৰু স্নেহবশতঃ তেখেতে মোৰ পিঠিত হাত বুলাই কিছু সময় বিচৰণ কৰিছিল। এইবাবেই মই বিশ্ববিখ্যাত হৈ পৰিলোঁ। প্ৰকৃততে গাধ মই নে আপোনালোক?'

বৰজাত্যাই ক'লে—'যদি আপুনি আজ্ঞা দিয়ে তেন্তে মই তেওঁ-লোকক ইয়ালৈকে মাতি আনো।'

: 'নালাগে, নালাগে' মই খঙেৰে কৈ উঠিলোঁ। 'মই এনে কোনো নহয় যে দিল্লী পৌৰ নিগম কমিটিয়ে মোৰ বাবে সন্মান পত্ৰ আগ-বঢ়াব লগা হ'ল?'

: 'হেৰি মহোদয়! আপুনি কি কথা কয়?' বৰজাত্যাই মোক বুজাই ক'লে—'চাওক, এয়া বৰ অভদ্ৰতা হ'ব। প্ৰকৃততে মই আপোনাৰ তৰফৰপৰা সন্মতি প্ৰদান কৰিছো আৰু তেওঁলোকে আগ্ৰহেৰে যো-জা কৰিছে। বজাৰত পোষ্টাৰ লগোৱা হৈছে, চহৰৰ মাননীয় ব্যক্তি-সকললৈ নিমন্ত্ৰণী পত্ৰ আগবঢ়োৱা হৈছে আৰু আপুনি যদি সন্মান পত্ৰ গ্ৰহণ নকৰে তেন্তে মানুহবোৰ বৰ নিৰাশ হ'ব। আৰু শুনক' বৰ-জাত্যাই মৃদু কণ্ঠেৰে ক'লে—'মোৰ বাবে আপুনি এয়া প্ৰফুল্লমনে স্বীকাৰ কৰি লওক। ইয়াৰ দ্বাৰা আমাৰ পাৰ্টনাৰচিপৰ বৰ লাভ হ'ব।'

: 'কেনেকুৱা পাৰ্টনাৰচিপৰ?' মই চিঞৰি উঠিলোঁ।

: 'ইচ, এয়া মই উল্লেখ নকৰাই উচিত আছিল।' হাঁহি মাৰি বৰজাত্যাই ক'লে—'মই যাওঁ বাৰু। আপোনাৰ হৈ ৰাইজক 'হ'ব' বুলিয়ে ক'ম। তেওঁলোকক লগ ধৰিবলৈ আপুনিনো কিয় কষ্ট কৰিব লাগে? কিন্তু শুনকচোন······'

বৰজাত্যাই মোৰ কথা নুশুনি অন্য কোঠালৈ গ'ল। ক্ষন্তেক পিছতে দেখিলোঁ যে এটি ছোৱালীৰ সমদল মোৰ কোঠাত প্ৰৱেশ কৰিলে। প্ৰায়বোৰেই কলেজৰ ছাত্ৰী হ'ব। সিহঁতে খিলখিলাই হাঁহি হাঁহি মোক ঘেৰি পেলালে। সকলোৰে হাতত অটোগ্ৰাফ। সিহঁত প্ৰত্যেকেই

মোৰ পৰা অটোগ্ৰাফ বিচাৰিবলৈ ধৰিলে। সিহঁতৰ অটোগ্ৰাফ বহীত শীলা ৰমানী, দেবানন্দ, ৰাজ কাপুৰ, দিলীপ কুমাৰ আৰু অন্যান্য নায়কৰ মহৎ বাণীয়ে শোভা পাইছিল। এতিয়া সিহঁতে মোৰ অটোগ্ৰাফ বিচাৰিছে। কেনে ধৰণৰ বাৰু এই ছোৱালীবোৰ? ইহঁতৰ মনৰ মাজত এতিয়ালৈ দিলীপ কুমাৰ আৰু এটা গাধৰ মাজৰ পাৰ্থক্য পৰিস্ফুট হৈ উঠা নাই? সকলোৱে অটোগ্ৰাফ বিচাৰি চিঞৰ বাখৰ লগাইছে। ইহঁতৰ চকুত এই তথাকথিত খ্যাতিৰ বাবে কত যে চমকনি উঠিছে!

মই সিহঁতক অটোগ্ৰাফ দি থাকোঁতে দেখিলোঁ যে বৰজাত্যাই এজনী ছোৱালীক লগত লৈ বিশেষ ভংগীত মোৰ আগে-পিছে ঘূৰি ফুৰিছে। শেষত মোৰ কাষলৈ আহি ক'লে— 'এইজনী মোৰ ছোৱালী ৰূপৱতী। এইৰ অটোগ্ৰাফত বিশেষ ধৰণে কিবা অলপ লিখি দিয়ক।'

মই ৰূপৱতীলৈ চালোঁ। ওখ, ক্ষীণকায়, সুকুমাৰী ছোৱালী। দৃষ্টিত তাইৰ বিভিন্ন প্ৰকাৰৰ ধৃষ্টতা বিদ্যমান। স্বৰ বৰ কঠুৱা আৰু ভংগীবোৰ অত্যন্ত কৃত্ৰিম। ৰূপ-ৰঙৰ পৰা তাইক এটা পুতলা যেন অনুমান হয়।

: কি লিখিম বাৰু? —মই ৰূপৱতীক সুধিলোঁ।

: মই কি জানো! কিবা লিখে যদি লিখক, নহ'লে আপোনাৰ প্ৰয়োজন নাই। অভিমানত তাই অটোগ্ৰাফ বহীখন জপাই থ'লে।

: মা! —বৰজাত্যাই তাইক মৰমেৰে আৰু ইমান কোমল সুৰেৰে মাতিলে যে মই ক'বই নোৱাৰিলোঁ। পিছত মই গম পালোঁ যে ছোৱালীৰ খং মাৰ গৈছে আৰু চঞ্চলতা উদ্ৰেক হৈছে।

: 'কিবা এটা সুন্দৰকৈ লিখি দিয়ক না'। —তাইৰ কোমল হাত দুখন ক্ষন্তেক পৰলৈ মোৰ কান্ধত বৈ গ'ল আৰু তাই এটি দীঘলকৈ উশাহ ল'লে, মোৰ এনে লাগিল যেন মই কোনোবা কঠিন মাৰ্বল পাথৰৰ সেউজীয়া ঘাঁহৰ এখন বিশাল পথাৰহে দেখা পালোঁ। মোৰ চৌদিশে সুগন্ধি মিঠা মলমলীয়া ঘাঁহ নাচি-বাগি আছে আৰু

যেন বিতচকুৰ মাজেৰে সেই মধুৰ দৃশ্য মই উপভোগ কৰিছোঁ। মিঠা ৰ'দৰ পোহৰে চৌদিশ জিলিকাই তুলিছে আৰু আকাশত বগা বগা মেঘৰ টুকুৰা উৰি ফুৰিছে।

হঠাতে বৰ আনন্দিত হৈ মই জোৰকৈ চিঞৰি উঠিলোঁ। সেয়া পৰিষ্কাৰ, খোলা অন্তৰৰ চিঞৰ। যেতিয়া গাধ অত্যন্ত প্ৰফুল্লিত হয় তেতিয়া পৃথিৱীক নিজৰ আত্মাৰ সংগীতেৰে প্ৰতিধ্বনিত কৰে— সেই সংগীত এতিয়া মোৰ কণ্ঠত বিদ্যমান।

কিন্তু মই দেখিলোঁ যে ক্ষন্তেক পিছতে মোৰ গীত শুনি সকলো ছাত্ৰী গুলাই গ'ল। বহুতে নিজ নিজ অটোগ্ৰাফ নিবলৈও পাহৰি গ'ল। কিছু পৰৰ পিছত মই নিজৰ কোঠাত অকলশৰে থিয় দি থাকিলোঁ।

মানুহ কি যে এক বিচিত্ৰ জীৱ! তেওঁলোকে মাত্ৰ নিজৰ আনন্দৰ বাবেহে শুনে, আনৰ প্ৰসন্নতাক অৰ্থহীন বুলি ভাবি লয়।



## চাঁদনী চ'কৰপৰা গাধৰ শোভাযাত্ৰা আৰু খিড়িকীৰপৰা মহিলাসকলৰ পুষ্পবৰ্ষণ, পৌৰ নিগম কমিটিৰ চেয়াৰমেনৰ সম্মান পত্ৰ প্ৰদান আৰু গাধৰ উত্তৰ

প্ৰিয় পাঠকবৃন্দ! এতিয়া মই আপোনালোকৰ আগত দিল্লীবাসীয়ে কি জাকজমকপূৰ্ণভাৱে মোক লৈ সমদল উলিয়াইছিল সেয়া নিবেদন কৰিছোঁ। লাখ লাখ লোকৰ সমদল, সকলোৱে মোক চাবলৈ গোট খাইছিল। মুকখমতি অন্ধবিশ্বাসী তিৰোতাবোৰ! বেচেৰীহঁতৰ কাণত কোনোবাই প্ৰচাৰ কৰি দিছিল যে গাধই কথা কোৱাটো সাধাৰণ কথা নহয়; ই এক দৈবিক ঘটনা। এনেদৰে অদৃশ্য এক শক্তিৰ

মহিমাৰ কথা বন্ধু-বান্ধৱহঁতৰপৰা শুনি অন্ধবিশ্বাসী তিৰোতাসকলৰ অন্তৰ মোৰ প্ৰতি ভক্তিত গদ গদ হৈ পৰিছিল। যেতিয়া চাঁদনী চ'কৰ পৰা মোক লৈ জাকজমকপূৰ্ণ সমদল ওলাল, তেতিয়া ওপৰ মহলাৰ খিড়িকীৰ পৰা মোৰ মূৰৰ ওপৰত পুষ্পবৃষ্টি হ'বলৈ ধৰিলে।

'গাধৰ জয়' এই শ্লোগান ধ্বনিৰে সেই ঠাইৰ আকাশ মুখৰিত হ'ল। দৰ্শন অভিলাসী বিভিন্নজনৰ দৰ্শনৰ সুবিধাৰ বাবে ঠায়ে ঠায়ে সমদলটো ৰ'ব লগা হ'ল। 'ধন্যবাদ' অথবা 'আশীৰ্বাদ' স্বৰেৰে ৰাইজৰ মাজত প্ৰেৰণা জগাবলৈ মোক শিকাই দিয়া হ'ল। তেতিয়াহে তেওঁলোকৰ বিশ্বাস উপজিব যে মই এটা কথা ক'ব পৰা গাধহে—'দেৱতা' নহয়। মই তেওঁলোকৰ ভাষা কওঁ। মোৰ কথা শুনি বহুতে আকৌ আচৰিত হৈ মূৰ্চ্ছা গৈছিল। কিছুমানে উশাহ বন্ধ কৰি হাতযোৰ কৰিবলৈ ধৰিলে। কোনোবাই মাটিত চিৎ হৈ সাষ্টাংগে প্ৰণিপাত জনালে। গোটেই চহৰতে এক ধৰ্মীয় পৰিবেশ বিৰাজ কৰিলে। এই সকলোবোৰ কাৰ্য শেঠ বৰজাত্যৰ তত্বাৱধানতহে হৈছে বুলি মই পিছতহে গম পাইছিলোঁ।

সেইদিনা মোক অতি যতনেৰে সুবাসিত চাবোনেৰে স্নান কৰোৱা হৈছিল। জীৱনত মই ইমান সুন্দৰ আৰু পৰিষ্কাৰ কাহানিও হোৱা নাছিলোঁ। এখন মনোমোহা দলিচা মোৰ পিঠিত ওলোমাই দিলে। মূৰত সোণৰ গহণা আৰু ডিঙিত শতাধিক ফুলৰ মালা। দুজন সেৱক মোৰ স'তে এনেদৰে আছিল যিয়ে ব্ৰাচেৰে প্ৰতি দুশ গজৰ মূৰে মূৰে মোৰ গাৰপৰা ধূলি-বালি জোকাৰি দিছিল, কাৰণ বাটত সিদিনা বৰকৈ ধূলি উৰিছিল। এজন সেৱকে এটি পাত্ৰ লৈ মোৰ পিছে পিছে প্ৰতি দুই মিনিটৰ অন্তৰে অন্তৰে সুগন্ধি জল ছটিয়াই গৈছিল। বৰজাত্যৰ নাপিতে সিদিনা দোকমোকালিতে মোৰ নেজৰ নোমবোৰ এক সুন্দৰ গঢ়ত কাটি দিছিল। বৰ সুন্দৰকৈ চুলিবোৰ আৰু ভ'ৰৰ নখবোৰো। নিঃসন্দেহে আজি মই পৃথিৱীৰ সুন্দৰতম গাধ।

এইদৰেই মোক টাউন হললৈ লৈ গ'ল। মোক দেখাৰ লগে

লগে টাউন হলত উপস্থিত থকা মাননীয় ব্যক্তিসকলে থিয় হৈ মোক অভিবাদন জনালে আৰু পিছত নিজ নিজ আসন গ্ৰহণ কৰিলে। মোক মঞ্চলৈ লৈ যোৱা হ'ল। পিছত বিভিন্ন সভা-সমিতিৰ উদ্যোক্তা সকলে মোৰ ভিজিত মালা পিন্ধাই উপহাৰ প্ৰদান কৰিলে। পৌৰ নিগম কমিটিৰ চেয়াৰমেনে নিজৰ সম্মান পত্ৰত ক'লে— 'যি সময়ত আপুনি প্ৰথমবাৰ আমাৰ কাৰ্যালয়ত প্ৰবেশ কৰিছিল সেই সময়ত আমি জনা নাছিলোঁ। আপুনি কোন। আমি আপোনাক এটা অতি নিকৃষ্ট গাধ বুলি গণ্য কৰি লথিয়াই উলিয়াই দিছিলোঁ। আজি আমি আমাৰ সেই ধৃষ্টতাৰ বাবে চৰম লজ্জিত হৈ অনুতাপ কৰিছোঁ। আমি নিজেই নাজানো—কিয় যে আপোনাৰ দৰে এক মহান প্ৰাণীক দুৰ্ব্যৱহাৰ কৰিছিলোঁ। এই সভাই সেই দুৰ্ব্যৱহাৰৰ অৱশ্যে ক্ষতিপূৰণ দাবী কৰিব নোৱাৰে। সেই বাবেই এই বৃহৎ সভাত আমি মুক্ত কণ্ঠে ক্ষমা প্ৰাৰ্থনা মাগিছোঁ। হে শ্ৰীযুত গাধ ডাঙৰীয়া! আপুনি আমাক ক্ষমা কৰক— এয়ে আমাৰ সৰল প্ৰাৰ্থনা।

আপুনি আমাক ক্ষমা কৰিব বুলি আমি গভীৰ আশা কৰিছোঁ— কিয়নো আপোনাৰ হৃদয় বৰ বিশাল আৰু আপুনি এক মহান গাধ। যিদৰে আপুনি ৰামু ধুবীৰ মৃত্যুৰ পিছত তেওঁৰ বিধবা পত্নী আৰু সন্তানহঁতৰ সহায়ৰ হকে থোজ কাঢ়ি দপ্তৰে দপ্তৰে চেষ্টা চলাইছিল তাৰপৰাই অনুমান কৰিব পাৰি .আপোনাৰ অন্তৰত নিৰ্ধনীৰ প্ৰতি কিমান সহানুভূতি বিদ্যমান। আপুনি গাধ হৈও মানুহৰ দুখ-দৈন্য, জ্বালা-যন্ত্ৰণা বুকুৰ ভিতৰত লুকুৱাই লৈ ঘূৰি ফুৰিছিল। হায়! সকলো মানুহেই যদি আপোনাৰ দৰে গাধ হ'লহেঁতেন!

আপুনি এক নিঃস্বাৰ্থবান সেনা। শান্তি, সম্প্ৰীতি, সহানুভূতি আৰু মানৱ প্ৰেমৰ যি উজ্জ্বল উদাহৰণ আপুনি দাঙি ধৰিলে ইয়াৰ দ্বাৰা প্ৰভাবিত হৈ পৌৰ নিগম কমিটিয়ে আপোনাক দিল্লীৰ নাগৰিক অধিকাৰ প্ৰদান কৰিছে। এইবাবেই আমি দুখ পাইছোঁ যে নতুন দিল্লীত গাধৰ প্ৰবেশ সম্প্ৰতি নিষিদ্ধ হৈ আছে, নহ'লে আপোনাক

ইয়াৰে স্থায়ী নাগৰিক অধিকাৰ প্ৰদান কৰা হ'লহেঁতেন।

সীমাবদ্ধতাৰ মাজতো যিখিনি কৰিব পাৰোঁ, আমি কৰিছোঁ, গ্ৰহণ কৰি যেন আমাক অনুগৃহীত কৰে।'

দহ মিনিটমানলৈ জনতাৰ হাত চাপৰি বাজি থাকিল।

উক্ত সন্মান পত্ৰৰ পিছতে জীৱ-জন্তুক মানব অত্যাচাৰৰ পৰা ৰক্ষণাবেক্ষণ দিয়া সভাৰ পৰা এখন সন্মান পত্ৰ প্ৰদান কৰা হ'ল। আন এখন সন্মান পত্ৰ ঘোঁৰা দৌৰ প্ৰতিযোগিতাৰ সমিতিৰ তৰফৰ পৰা পাঠ কৰা হ'ল। অন্য এখন সন্মান পত্ৰ 'ৰেডিৱালা' সকলৰপৰা পাঠ কৰা হ'ল। 'ৰেডিৱালা'সকলে গাড়ীত গাধ যুটি প্ৰতিযোগিতাত ভাগ লয়। সেই সভাৰ প্ৰত্যেকখন সন্মান পত্ৰ ইমান সুন্দৰকৈ ৰচনা কৰা হৈছিল যে শেহত মই লাজ কৰিবলৈ এৰি দিলোঁ। নিজৰ সেৱাত বিশ্বাস উপজিবলৈ ধৰিলে।

'ৰেডিৱালা' সমিতিৰ সন্মান পত্ৰৰ শেষ বাক্যটো এনে ধৰণৰ: আপুনি একমাত্ৰ দিল্লীৰ গাধৰে নহয় বৰং ভাৰতৰ সকলো গাধৰে সন্মান ৰক্ষা কৰিলে। আপোনাৰ মহান সেৱাৰ কথা ৰাষ্ট্ৰই কেতিয়াও নাপাহৰে। আপোনাৰ বাবেই ভাৰতৰ গাধৰ সন্মান যথেষ্ট বৃদ্ধি পালে। ভগবানে মহাপ্ৰলয়লৈকে আমাক আপোনাৰ ছত্ৰছায়া কৰি ৰাখক যাতে এইদৰে আপুনি ৰাষ্ট্ৰৰ সেৱা কৰি যাব পাৰে। ইত্যাদি ইত্যাদি।

এই সন্মান পত্ৰৰ শেষত মোৰ পাল পৰিল—যাতে মই ধন্যবাদ জনাই ৰাইজক দুআষাৰ কওঁ। ফলত মই মাইক্ৰোফোন আঁতৰাই নিব খোজাত চেয়াৰমেনে ক'লে— এইটো এটা মাইক্ৰোফোন।

মই উত্তৰ দিলোঁ—মই জানো যে এইটো মাইক্ৰোফোন সেই বাবেই মই এইটো আঁতৰাই দিব খুজিছোঁ; কাৰণ মই এটা গাধ আৰু মোৰ কণ্ঠস্বৰ ইমান সবল যে মাইক্ৰোফোনৰ প্ৰয়োজন নাই।

এইবাৰ চেয়াৰমেনে মোৰ কথা বুজি পাই এজন কৰ্মচাৰীক মাইক্ৰো-ফোনটো লৈ যাবলৈ নিৰ্দেশ দিলে। ইতিমধ্যে মই মোৰ ভাষণ আৰম্ভ কৰিলোঁ—

ঃ উপস্থিত মহিলা আৰু সজ্জনসকল! এয়া দিল্লী। এয়া সেই দিল্লী যি শতবাৰ সৃষ্টি হৈছে, শতবাৰ ধ্বংস হৈছে। মাথোন উত্থান-পতন। ইয়ালৈ বহুতো ডাঙৰ ডাঙৰ বাদছাহ আহিল আৰু নিজ নিজ জাকজমকতা প্ৰদান কৰি গুচি গ'ল। ইয়ালৈ ডাঙৰ ডাঙৰ গাধ আহিল আৰু নিজ নিজ কথা কৈ আঁতৰি গ'ল। আজিও আপোনালোকে আপোনালোকৰ সমুখতে এটি গাধ দেখা পাইছে— যাৰ গাত অতিৰিক্ত কোনো বিশেষ গুণ নাই। ই মাত্ৰ মানুহৰ দৰে কথা কয়। ইয়াত একো বিচিত্ৰতা নাই। মানুহৰ সন্তান এজনে যদি ভেৰাৰ মাজত থাকি ভেৰাৰ গুণ তথা স্বভাৱ নিজৰ কৰি ল'ব পাৰে তেন্তে এটা গাধই মানুহৰ মাজত থাকি মানুহৰ গুণ আৰু স্বভাৱ কিয় বাৰু ল'ব নোৱাৰিব? আপোনালোকে মোক সন্মান পত্ৰ এই-বাবেই প্ৰদান কৰিলে যে মই গাধ হৈও মানুহৰ দৰে কথা কওঁ। কিন্তু আপোনালোকে সেইসকল মানুহক কিয় সন্মান নকৰিলে যি-সকলে মানুহ হৈও গাধৰ দৰে কথা কয়। আপোনালোকে সম্পূৰ্ণ উচিত কথাই কৈছে যে মানুহ সদায় মানুহেই। মানুহৰ মাজত চেতনা, বুদ্ধি, জ্ঞান বিৰাজমান আৰু এই গুণবোৰ পশুতকৈ যথেষ্ট বেছি বাবেই তেওঁলোক আমাতকৈ উচ্চ তথা শ্ৰেষ্ঠ।

আজি মোৰ এই কথা কোৱাৰ প্ৰয়োজন নহ'লহেঁতেন যদি আজি মই উপলব্ধি নকৰিলোহেঁতেন যে মানুহে নিজস্ব পৰম্পৰা, নিজস্ব জাতি তথা নিজস্ব ইতিহাসৰ অনুভৱক উপেক্ষা কৰি মৃত্যুৰ ভয়ানক ঘাটলৈ ক্ৰমাৎ অগ্ৰসৰ হৈছে। আজি তেওঁলোক জীৱনৰ পৰিবৰ্তে মৃত্যুৰহে সন্ধানৰত। উচ্চৰপৰা উচ্চতম জীৱন নহয়, উচ্চতম মৃত্যু। ভয়ানক, ভয়ংকৰ। কোটি কোটি মানুহ, গাধ, পশু, পক্ষী, গছ-গছনিক নিমিষতে নিশেষ কৰি পেলাব পৰা সেই মৃত্যু। আজি মানুহে এই পৃথিৱীত সৰগ নহয়, বৰং নৰক সৃষ্টি কৰাৰ বাবে যথেষ্ট আগ্ৰহী। আজি মানুহৰ এই ব্যৱহাৰৰ বাবেই সংসাৰৰ কেৱল গাধৰে নহয় প্ৰত্যেক জীৱ-জন্তুৰে বিপদ চাপি আহিছে। প্ৰতিডাল গছৰে বিপদ, প্ৰতিটো

পাতৰে বিপদ। হাবিৰ বাঘৰ পৰা আৰম্ভ কৰি নৈৰ বুকুত খেলি থকা পছুম পৰ্যন্ত প্ৰতিটো জীৱৰে বিপদ।

সেইবাবে এটা বোবা গাধ হৈও মই মানুহৰ স্বৰেৰে তোমালোকক ক'বলৈ আহিছোঁ যে হে মোৰ মানব! হে আদৰণীয় ভ্ৰাতৃবৃন্দ! আজি তোমালোকৰ বাবেই প্ৰতিটো জীৱ-জন্তুৰে বিপদ। মই তোমালোকৰ ভ্ৰাতৃ। বিকাশৰ পথত মই তোমালোকতকৈ বহু কাষত। নিজ নিজ স্বাৰ্থপৰতা আৰু বিদ্বেষৰ কাৰণে হয়তো নিজ নিজ শত্ৰুক হত্যা কৰাৰ অধিকাৰ তোমালোকৰ প্ৰাপ্ত হৈছে, কিন্তু তোমালোকৰ এই অধিকাৰ প্ৰাপ্ত হোৱা নাই যে সমগ্ৰ বিশ্বত আণবিক মূল্যৰ সহায়ত সমস্ত জীৱন ধ্বংস কৰি পেলাবা।

যদি তোমালোকৰ মাজত মানুহৰ সম্ভাৱ নাই, তেন্তে এটা গাধৰ বুদ্ধিৰে কাম কৰা, এটা শহাপহুৰ বুদ্ধিৰে কাম কৰা। চোৱাচোন ভেৰাই কিদৰে নিজৰ পোৱালিক ৰক্ষা কৰে। বৃক্ষৰ দেহত কিদৰে জীৱন ৰস বয়, পাতে সূৰ্যৰ কিৰণত কিদৰে খাদ্য প্ৰস্তুত কৰে। হায়! তোমালোকে এটা গাধৰ বুদ্ধিৰে নহ'লেও এটা পাতৰ বুদ্ধিৰে কাম কৰা।

হে মোৰ প্ৰিয় মানব, মোৰ আদৰণীয় ভ্ৰাতৃবৃন্দ, মৃত্যুৰ পথৰপৰা উভতি আহা। এই ভূ মণ্ডলৰ চৌদিশে ভয়াতুৰ জীৱন, উদাস জীৱন, তোমালোকৰ মাজত দেখা পাইছোঁ। মোক কি দিবা? বোমা, বাৰুদ নে জীৱন, অস্তিত্ব নে অনা-অস্তিত্ব?

সেইদিনা শেঠ মনসুখলালে নিজৰ বাসভৱনত মোৰ সন্মানৰ অৰ্থে এখন ডাঙৰ ভোজমেলৰ আয়োজন কৰিলে। উক্ত ভোজমেললৈ চহৰৰ প্ৰখ্যাত প্ৰখ্যাত সন্মানীয় ব্যক্তিসকলক নিমন্ত্ৰণ কৰিলে। চহৰৰ প্ৰায় দুশজন গণ্য-মান্য ব্যক্তি উপস্থিত হ'ল। প্ৰত্যেকেই ইয়াকেই আশা কৰিছিল যাতে মোৰ স'তে পৰিচয় ঘটে আৰু কথা-বতৰা হৈ ফটো তোলাৰ সুযোগ পায়। এই গণ্য-মান্য ব্যক্তিসকল প্ৰকৃততে কিমান যে নিকৃষ্ট! সস্তীয়া খ্যাতিৰ অৰ্থে কিমান যে ক্ষুধাতুৰ! এই

কথাও মই অংশো ক'ম যে এওঁলোকৰ মাজত এনে লোকো আছে যিসকলৰ মোৰ লগত ফটো উঠাৰ আগ্ৰহ নাছিল। আনকি মোৰ স'তে কথাও পতা নাছিল। এওঁলোকৰ মাজত এজন কোটিপতি শেঠ ভাটিয়া আছিল যি কোনোবা বেংক, কাৰখানা আৰু অট্টালিকাৰ মালিক। তেওঁৰ চেক্ৰেটাৰিয়ে ভোজমেলৰ বৰ ব্যস্ততাৰ মাজতো মোৰ কাষলৈ আহি ক'লে—শেঠ ভাটিয়াই আপোনাক নিজেই লগ পাবলৈ ইচ্ছা কৰিছে— অকলশৰে। আপুনি অলপ সময় উলিয়াওক।

মই লগে লগে কোনো উত্তৰ দিব নোৱাৰিলোঁ, কাৰণ শেঠ মনসুখলালে মোক তাৰ পৰা লৈ গৈ অইন এঠাইত উপস্থিত কৰাইছিল। বিভিন্নজনৰ স'তে মোৰ পৰিচয় পৰ্ব আৰম্ভ হ'ল। ক্ৰমাৎ দীঘলীয়া কথোপকথন চলিল। পিছত তাতো এজন প্ৰভাৱশালী ব্যক্তিক লগ পালোঁ—যিজনক ৰাজ্যৰ মহাৰাজ যেন অনুমান হয়। পিছত জানিব পাৰিলোঁ যে তেওঁ লালা হৰদয়াল পুচকাৰণীৰ অডিটৰ। মোক আকৌ এবাৰ ক'লে— সেই একুৰি পাঁচ কোটি টকাৰ ঠিকাৰ বিষয়ে আমাৰ পুচকাৰণীয়ে আপোনাৰ স'তে কথা হ'বলৈ বিচাৰিছে।

কিন্তু তেতিয়াই মই তেওঁৰ স'তে একো কথা হ'ব নোৱাৰিলোঁ, কিয়নো শেঠ মনসুখলালে ফোপাই-জোপাই মোৰ কাষলৈ আহি ক'লে যে মোক লগ পাবলৈ হেনো ৱিলিংডন ক্লাবৰ সৰ্বেসৰ্বা মহিলা লেডি সা ৰে গা মাই প্ৰতীক্ষা কৰিছে। মই লগে লগে কৈ উঠিলোঁ— এয়া সা ৰে গা মা দেখোন ভাৰতীয় সংগীতৰ অৰ্ধ সপ্তক।

: নহয়, এয়া তেওঁৰ নামহে। ভাৰতীয় সংগীতত তেওঁৰ অৱশ্যে বৰ ৰাপ। আপুনি তেওঁক এবাৰ সাক্ষাৎ কৰক।

ইয়াকে কৈ মনসুখলালে মোৰ ডিঙিত হাত দি পুচকাৰণীৰ অডিটৰক তীক্ষ্ণ দৃষ্টিৰে চাই ক'লে— তোমাৰ ইমানেই সাহসনে যে মোৰেই চিকাৰ তুমি হাত কৰিবলৈ চেষ্টা কৰিছা। —তাৰপিছত মোলৈ চাই ক'লে— 'মোৰ নিজৰ প্ৰতিদ্বন্দ্বীৰ হাতোৰাৰপৰা মুক্ত হওক' আৰু লেডি সা ৰে গা মাক লগ ধৰক।

কিন্তু আধা বাটতে আমাক কিছু সংখ্যক মহিলাই আগুৰি ধৰিলে। মিচেচ গুলালচন্দ, গালত ক্রিম ঘঁহিলে যিগৰাকী গোলাপী হয়, তেওঁ শেঠ মনসুখলালক ক'লে—মনসুখলাল মহোদয়! মোকো আজিৰ 'হিৰো'ৰ স'তে সাক্ষাৎ কৰাওক।

মনসুখলালে ইপিনে-সিপিনে চালে। পাঁচ-ছয় গৰাকীমান মহিলা আছিল। সকলো কেইগৰাকী পুঁজিপতি নতুবা সদাগৰৰ দ্বিতীয়া, তৃতীয়া অথবা চতুৰ্থা পত্নী। এওঁলোক নতুন ঐশ্বৰ্য্যশালীসকলৰ নতুন পত্নী। পুৰণি গাঁৱলীয়া যিবোৰ পত্নীক গাঁৱৰপৰা আনিছিল, যিবোৰে সিহঁতৰ সুখৰ বাবে সাত-আঠটিকৈ সন্তান জন্ম দিছিল আৰু এখন কাপো-ৰেৰেই জীৱন নিৰ্বাহ কৰি পাই পাইকৈ পইচা সাঁচিছিল সেই পত্নী-বোৰ এতিয়া নতুন পৰিস্থিতিৰ মাজত পৰিত্যক্তা হৈ পৰিল। যিদৰে কিছুমান শব্দ শব্দকোষৰপৰা বাহিৰলৈ গুলাই যায়, ঠিক সেইদৰে সেই পত্নীবোৰ অযোগ্যা হৈ সমাজৰপৰা বহিষ্কৃত হৈ পৰিল। এই সমাজত দেহৰ সুন্দৰতা, বদ্ধ কোঠাৰ নগ্নতা আৰু সলসলীয়া ইংৰাজী কোৱা অতি আৱশ্যক। ইয়াতকৈ অধিক এই বেচেৰী তিৰোতাহঁতৰ একো-ৱেই নাই; অৰ্থাৎ আপুনি যদি ইহঁতৰ মস্তিষ্কৰ 'কাপবোৰ্ড'ৰ চিন্তা-ধাৰা একে কৰি দিয়ে তেতিয়া আপুনি এটা 'চেল্ফ'ত কেইযোৰমান চেণ্ডেল, এটা 'চেল্ফ'ত কেইখনমান শাৰী, অন্য এটা 'চেল্ফ'ত বৰ কষ্টকৈ সংগ্ৰহ কৰা ডেৰশ-দুশমান ইংৰাজী শব্দ পাব আৰু এটা 'চেল্ফ'ত পোহনীয়া বান্দৰ, মেকুৰী, কুকুৰ আৰু গীত গোৱা চৰাই পাব—অৱশ্যে ল'ৰা-ছোৱালী হ'লে নাপাব।

কিন্তু এই আধুনিক সমাজত যি নিত্য নতুন উদ্যোগ আৰু ঠিকাৰ উৎপন্ন হৈছে সেই ক্ষেত্ৰত এই স্ত্ৰীসকলৰ ক্ষমতা প্ৰমাণসিদ্ধ। এই-বোৰৰ মাজত কাৰোবাক 'চিমেণ্ট গাৰ্ল' বুলি কয়, কিয়নো তেওঁৰ পতিয়ে চিমেণ্টৰ পাৰমিটৰ ব্যৱস্থা কৰে। তেনেকৈ কোনোবা এজনী 'আইৰণ গাৰ্ল', কোনোবা এজনী 'পেপাৰ গাৰ্ল', কোনোবাজনী আকৌ 'হেভি মেচিনাৰি গাৰ্ল'। এজন শেঠে নেবাল্লেপেবাক সাতজনী বিবাহ

কৰাইছিল। কেৱল এনে এটা কথাবপৰা জানিব পৰা গ'ল যে সেই শেঠৰ ব্যৱসায় কিমানলৈ বৃদ্ধি পাইছিল।

শেঠ মনসুখলালে ইপিনে-সিপিনে বৰ অসহায় হৈ চালে। পিছত পুনৰ সেইকেইগৰাকী মহিলালৈ চাই ৰ'ল আৰু সকলো পিনে কুম্ভীৰ হে কুম্ভীৰ দেখা পালে যিয়ে সেই ঠাইৰ গৰীবৰপৰা একুৰি পাঁচ কোটি টকাৰ ঠিকাটো গ্ৰাস কৰিবলৈ অস্থিৰ হৈ পৰিছে।

মিচেচ গুলালচন্দে মেকুৰীৰ দৰে আহি মোৰ কাণত হাত থৈ ক'লে—হাউ চুইট!

: এগু হাউ হেণ্ডচাম! —মিচেচ তুলাৰাণীয়ে মোৰ মূৰত হাত থৈ ক'লে—'এওঁ দেখোন মিঃ গাওলডজতকৈও সুন্দৰ। মনত পৰেনে কমলা?'

কমলাই স্মৃতি ৰোমন্থন কৰিলে, কাৰণ কমলা—যিজন শেঠৰ তৃতীয়া পত্নী আছিল—তেওঁৰ স'তে এবাৰ মিঃ গাওলডজৰ সাক্ষাৎ ঘটিছিল। মিঃ গাওলডজ এজন বিদেশী অভিযন্তা, ইয়ালৈ এবাৰ উদ্যোগৰ কামত আহিছিল। এনে সময়তে কমলাৰ শেঠজীয়ে আঠ লাখ টকাৰ চুক্তি কৰি লৈছিল। কমলাৰ বৰ ভালদৰে কথাবোৰ মনত পৰিল, কিয়নো সেই সময়ত মিচেচ তুল্লাৰাণী আৰু কমলাই কামৰ বাবে যথেষ্ট ঘূৰিব লগা হৈছিল। দুয়োৱে মিঃ গাওলডজক বৰ ৰূপহ বুলি মানি লৈছিল যদিও শেষলৈ গৈ কমলাৰ সৌন্দৰ্য্যৰ তৰ্জুখনহে গাওলডজৰ বাবে গধুৰ হৈ পৰিছিল।

কমলা বৰ ৰূপহী। এনে কুণ্ডত কটা যে এই শৰীৰ ঈশ্বৰৰ দ্বাৰা নহয় 'ফোৰ্ড মটৰ কোম্পানিয়ে' নিৰ্মাণ কৰা যেন অনুমান হয়। তাইৰ কণ্ঠস্বৰ ইমান শুৱলা যে সেয়া কোনো মহিলাৰ বুলি ভাবেই নহয়—সেয়া যেন পিয়ানোৰ অনুপম সুৰহে। তাইৰ চাল-চলন দেখি ৱিল্ডংডন ক্লাবৰ প্ৰতিজন সভ্যই বৰ মোহিত হৈছিল। যিসকল এই দোমোজাত পৰিছিল তেওঁলোকে জানিব পাৰিছিল যে 'পাম্প গুড ইয়ৰ' কোম্পানিয়ে সুন্দৰ তথা উৎকৃষ্ট টায়াৰ তৈয়াৰ কৰাৰ দৰে

কমলাক লক্ষ্য কৰি জোতা তৈয়াৰ কৰিছিল।

কমলাৰ অন্তৰ নথকাটোয়ে আছিল এটা বেয়া লক্ষণ। তাইৰ লগত এখন পাৰ্মিটৰ ফৰ্ম, এখন ৰেজিষ্ট্ৰেচন কাকত, অথবা এটা ঠিকাৰ নিবিদা পত্ৰ আছিল, কিন্তু অন্তৰ নাছিল।

কমলাই নিজৰ ডাঙৰ চকুহুটি মোৰ চকুত পেলাই বৰ মধুৰ স্বৰেৰে ক'লে— 'তুমি! নিচলা গাধ! সঁচাকৈ বৰ মহান তুমি।' তাই মোৰ পিঠিত ইমান লাহে লাহে হাত বুলালে যে মোৰ এনে লাগিল যি যি ঠাইত তাইৰ হাতৰ পৰশ পৰিল সেই ঠাইৰ ছালখন যেন মাখনৰ দৰে মসৃণ হৈ পৰিল। মই তাইৰ প্ৰেমত মূৰ্চিত হ'ব লগাই হৈছিলোঁ। শেঠ মনসুখলালৰ সুপুত্ৰী ৰূপবতীয়ে ঠিক সেই সময়তে আহি মোক সংযত কৰালে। তাই আহি পায়েই এনে এক ক্ৰোধপূৰ্ণ দৃষ্টিৰে কমলালৈ চালে যে কমলাই লগে লগে মোৰ পিঠিৰপৰা হাতখন আঁতৰাই নিলে। পিছত কমলাই যোৱাৰ সময়ত শাৰীৰ এমূৰত ধৰি শাৰীৰ লেচ মোক দেখুৱাই থৈ গ'ল।

মিচ ৰূপবতীয়ে মোক ক'লে—'আপোনাক লগ পাবলৈ অথনিৰেপৰা লেডি সা ৰে গা মা বৈ আছে।'

মই ভঙা স্বৰেৰে মহিলাসকলৰ ওচৰত ক্ষমা প্ৰাৰ্থনা মাগি মিচ ৰূপবতীৰ স'তে আগবাঢ়িলোঁ। এনেতে পিছফালৰপৰা এগৰাকী মহিলাৰ মাত শুনিলোঁ— 'ছিঃ জঘন্য!' সম্ভৱ কোনোবাই ৰূপবতীক উদ্দেশ্য কৰিয়ে কৈছিল।

লেডি সা ৰে গা মা-ৰ গাৰ ৰং বাদামী, ওখ, বৃহৎ নিতম্ব, সুস্বাস্থ্যবতী প্ৰভাৱশালী মহিলা। চুলিৰ ৰং আধা বগা-ক'লা। তেওঁৰ কথা কোৱা তথা হাঁহিৰ গঢ়ে অন্য মহিলাৰপৰা তেওঁক নিলগাই থয়। তদুপৰি তেওঁৰ মুখমণ্ডলত নাৰীত্বৰ সলনি পুৰুষত্বৰ চিহ্ন প্ৰভাবিত এনে এক ভাব হয় যে তেওঁক সৃষ্টি কৰাৰ সময়ত সৃষ্টিকৰ্তাই সন্দেহত পৰি গৈছিল, অৰ্থাৎ তেওঁক পুৰুষ ৰূপে সৃষ্টি কৰিব নে স্ত্ৰী ৰূপে। লেডি সা ৰে গা মা-ও সৃষ্টিকৰ্তাৰ এই সন্দেহৰ এক প্ৰতীক আছিল।

মোক দেখা পোৱাৰ লগে লগে তেওঁ চোফাৰপৰা উঠি মোৰ সোঁ-কাণত হাতেৰে চেপা মাৰি ক'লে— কেনে খবৰ তোমাৰ যুবক ?

: ভাল আইদেউ।

লেডি সা ৰে গা মা-ই বৰ জোৰে পুৰুষৰ দৰে কথা ক'বলৈ ধৰি মোৰ পিঠিত বৰ জোৰে চাপৰ মাৰিলে। মোৰ এনে লাগিল যেন মোৰ দেহৰ সমগ্ৰ হাড় ভাঙি গুড়ি হ'ল। তেওঁ ক'লে— 'মই তোমাক আগৰেপৰা চিনি পাওঁ। গাধক হাজাৰ মানুহৰ মাজতো চিনিব পাৰি, কিন্তু বৰ সুন্দৰ মগজুৰ স্ত্ৰীক হাজাৰ সুন্দৰী স্ত্ৰীৰ মাজতো চিনিব নোৱাৰি। মই উত্তৰ দিলোঁ— নিশ্চয় ! নিশ্চয় ! লেডি সা ৰে গা মা-ই পুনৰ বৰ জোৰকৈ কথা কৈ মোৰ পিঠিত আকৌ এটা চাপৰ মাৰিলে।

: মোৰ পতিৰ লগত সাক্ষাৎ হৈছেনে ? মোৰ পতিৰ নাম সৰ সা ৰে গা মা গাও।'

সৰ সা ৰে গা মা বৰ ক্ষীণ, দুৰ্বল, একেবাৰে যেন মেৰুদণ্ডহীন আৰু লাজকুৰীয়া ব্যক্তি। মুখেৰে গুণগুণাই কিবা গীত গায়। গাত এনে ডাল ডাল হাড় যেন নিজৰ গাৰ সকলো মঙহ উলিয়াই আনি বেংকৰ লকাৰত জমা কৰি থৈছিল যাতে পত্নীৰ হস্তক্ষেপৰপৰা সুৰক্ষিত অৱস্থাত থাকে। লেডি সা ৰে গা মা ৰ পিছে পিছে তেওঁ এনেদৰে গৈছিল যেন কোনোবা 'পেকনিজ' কুকুৰ পোহালিহে নিজৰ গৰাকীৰ পিছে পিছে গৈ আছে।

মই তেওঁলৈ উভতি চাওঁতে লেডি সা ৰে গা মা-ই ক'লে— 'আৰু বেছিকৈ নাচাব, নহ'লে এখেতে হাৰ্টফেল কৰিব।'

সৰ সা ৰে গা মা-ৰ গাৰ ৰং শেতা পৰিল। তেওঁ কিবা যেন ক'ব খুজিও ক'ব নোৱাৰিলে।

লেডি সা ৰে গা মা-ই ক'লে— 'আপোনাৰ বুদ্ধি-বৃত্তিৰ বিষয়ে বহুতো প্ৰশংসা শুনিছোঁ। বৰ্তমান এনে এক অনুষ্ঠান আহি পৰিছে যাৰ বিচাৰৰ ভাৰ একমাত্ৰ বুদ্ধিজীৱিয়েহে ল'ব পাৰিব।'

: মইতো এটা সাধাৰণ গাধ।

: এতিয়া আপুনি একো নক'ব। মই সকলো জানো। প্ৰকৃত কথা হ'ল— কালি সন্ধিয়া আমাৰ ব্ৰিন্ডিংডন ক্লাবত এক সৌন্দৰ্য প্ৰতিযোগিতা অনুষ্ঠিত হ'ব। চহৰৰ সুন্দৰীসকলে এই প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিব। মই আশা কৰিছোঁ যে এই প্ৰতিযোগিতাৰ ফলাফল বিচাৰ কৰিবলৈ আমি অন্য কোনো ব্যক্তিকে বিচাৰক মনোনীত নকৰি আপোনাকে এই কাৰ্যৰ দায়িত্ব অৰ্পণ কৰিছোঁ।

: এয়া কিহৰ বাবে? —মোৰ মনৰ আকৰ্ষণ শক্তি ক্ৰমাৎ বৃদ্ধি হোৱাত মই পুনৰ সুধিলোঁ।

তেওঁ ক'লে— 'পুৰুষে সদায় মনৰ আকৰ্ষণৰ তিৰোতাক চায়।'

: আপুনি কেনেকৈ জানিলে যে এটা গাধই কেনেকৈ নাচায়?

: এয়া মই ভালদৰেই জানো। মূঠতে আপোনাক এই সৌন্দৰ্য প্ৰতিযোগিতাৰ বিচাৰক পাতিলোঁ। মূল কথা হ'ল— আমাৰ এই ক্লাবত পুৰুষে সদায় নিজৰ নিজৰ প্ৰেমিকাৰ পক্ষত ৰায় দান কৰিবলৈ বিচাৰে। উদ্দেশ্য এয়ে যে প্ৰত্যেকৰে কাৰোবাৰ প্ৰতি নহয় কাৰোবাৰ প্ৰতি দুৰ্বলতা থাকেই। সেইবাবে এই পৰিস্থিতিত নিৰপেক্ষ বিচাৰ পোৱা সহজ নহয়। সৌভাগ্য এয়ে যে আপোনাৰ আগমনে এই জটিল সমস্যাৰ সমাধান ঘটালে। আপুনি মহিলাৰ বিষয়ে কিবা জানে নে নাই সেয়া অৱশ্যে আমি নাজানো।

: চাওক, মই এটা গাধ; সেইবাবে এই কথাৰ বিষয়ে যি নাজানো সেয়া এই পৃথিৱীৰ কোনো মানুহে জানিব নোৱাৰে।

: সেয়া কেনেকৈ বাৰু?

: আপুনি যদি বুৰঞ্জী অধ্যয়ন কৰিছে তেতিয়া আপুনি জানিব পাৰিব যে ৰোমান সাম্ৰাজ্যৰ সময়ত কোনোবা ৰূপৱতী মহিলাই কেৱল গাধৰ গাখীৰহে খাইছিল, কিয়নো গাধৰ গাখীৰৰ পুষ্টিকাৰিতা তিৰোতা মানুহৰ মাকৰ গাখীৰৰ সমপৰ্যায়ৰ। মই এয়া বগৰ কৰা নাই। আপুনি আজিও যিকোনো চিকিৎসকৰদ্বাৰা পৰীক্ষা কৰাব পাৰে। সেই যুগত মহিলাসকলে সৌন্দৰ্য বৃদ্ধিৰ বাবে গাধৰ গাখীৰ খাইছিল।

তদুপৰি গাখীৰেৰে স্নান কৰিছিল যাতে দেহ শুভ্ৰ আৰু চিকুণ হয়। এইবাৰেই ৰোমান সাম্ৰাজ্যৰ দিনত মহিলাৰ দেহ হিমশুভ্ৰ, চিকুণ তথা মনোমোহা আছিল। দৰাচলতে যেতিয়াৰপৰা মহিলাসকলে গাধৰ সলনি কুকুৰ পুহিবলৈ ধৰিলে আৰু গাখীৰেৰে স্নান কৰাৰ পৰিবৰ্ত্তে সানিবলৈ ধৰিলে পাউডাৰ, তেতিয়াৰপৰাই তেওঁলোকৰ দেহৰ সৌন্দৰ্য ম্লান পৰি গ'ল। আইদেউ, ময়ো জানো লিপষ্টিক-পাউডাৰ সানিলে মহিলাবোৰক যে কিম্ভুত কিমাকাৰ দেখি।

লেডি সা ৰে গা মা গাওৰে যি পুৰুষ সুলভ দেহ আৰু কৃষ্ণপতাৰ বাবে সমগ্ৰ ক্লাবতে প্ৰসিদ্ধ আছিল, যিগৰাকীয়ে লিপষ্টিক-পাউডাৰ কাহানিও ব্যৱহাৰ কৰা নাছিল তেওঁ মোৰ কথা শুনি অতিশয় আনন্দিত হ'ল।

ঃ চাব্বাচ। কাইলৈৰ সৌন্দৰ্য প্ৰতিযোগিতাৰ আপুনিয়ে প্ৰধান বিচাৰক। কিন্তু এটা কথা মনত ৰাখিব যাতে আপুনি মহিলাৰ সৌন্দৰ্য আৰু গাধৰ সৌন্দৰ্যৰ সমীকৰণ কৰিবলৈ নাযায়। উদাহৰণ স্বৰূপে এগৰাকী মহিলাৰ দুখন ভৰি, আৰু এটা গাধৰ চাৰিখন ভৰি, অথবা এটা কেঁকোৰাৰ আঠখন ভৰি।

ঃ আপুনি নিচিন্ত মনেৰে থাকক। মই দুখন ভৰি থকা পশুৰ সৌন্দৰ্যৰ বিচাৰ চাৰিখন ভৰিৰ পশুৰপৰা সম্পূৰ্ণ বেলেগ বুলি গণ্য কৰোঁ।

ঃ আপোনাৰ সহযোগিতাই আমাক কৃতজ্ঞতাৰ এনাজৰীৰে বান্ধি পেলাব। কালিলৈ আপুনি চাৰে ছয় বজাত ৰিল্ডিংডন ক্লাবত উপস্থিত হ'ব। মোৰ নিজৰ গাড়ীখন অৰ্থাৎ ট্ৰাক এখন আপোনাক আনিবলৈ পঠিয়াই দিম। মোৰ আশা এয়ে—আপোনাৰ আতিথ্যকৰ্তা শেঠ মনসুখলালৰ নিশ্চয় অকণো আপত্তি নাথাকিব।

শেঠ মনসুখলালে এইবোৰ কথাত অলপ যেন ভয় খাইছিল। এইবাৰ তেওঁ কিঞ্চিৎ সন্তুষ্ট হৈ ক'লে— 'নহয় নহয়, আপুনি মোৰ অতিথিক সন্মান প্ৰদৰ্শন কৰাৰ অৰ্থ হ'ল আপুনি মোকো সন্মান প্ৰদৰ্শন কৰিছে। আপুনি যদি আজ্ঞা দিয়ে তেন্তে ময়ো সেই শুভ

সময়ত উপস্থিত হ'ম, কিয়নো মোৰ উপযুক্ত জীয়ৰী মিচ ৰূপৱতীয়ে সেই সৌন্দৰ্য প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিব।

: হাউ চুইট। লেডি সা ৰে গা মা গাওঁৱে ঘৃণা মিহলি দৃষ্টিৰে ৰূপৱতীৰ কুৰূপ দেহলৈ চাই ক'লে— মোৰ ভাব হয় শেঠজী, আপোনাৰ জীয়াৰীয়ে নিশ্চয় এইবেলি প্ৰথম স্থান পাব।

মিচ ৰূপৱতীও কথা কোনাত পাকৈত। তেওঁ লগে লগে কৈ উঠিল— সেয়া ঠিক কথা, কিন্তু আপুনি যেতিয়া এটা গাধক প্ৰধান বিচাৰক নিৰ্বাচিত কৰিছে, সম্ভাবনা এয়ে যে আপোনাক প্ৰথমেই বিচাৰি পোৱা যাব।

ক্ষন্তেক পৰলৈ লেডি সা ৰে গা মা-ৰ মুখখন মেল খাই থাকিল। পিছ মুহূৰ্তত তেওঁ পতিলৈ এবাৰ ক্ৰোধেৰে চোৱাত তেখেতে ভয়তে এখোজ পিছুৱাই গ'ল। অবশেষত লেডি সা ৰে গা মা গাওঁৱে বৰ কষ্টৰে খং সম্বৰণ কৰি মোক ক'লে-- সোণটো! কালিলৈ নিশ্চয় আহিবা।

: নিশ্চয় আহিম আইদেউ।

এটা সময়ত ভোজমেল সমাপ্ত হ'ল। ৰাতি প্ৰায় এঘাৰ বজাত অতিথিসকলে বিদায় ল'লে। মিচ ৰূপৱতীয়ে মূৰৰ বিষ বুলি কৈ শোৱনি কোঠালৈ গুচি গ'ল। আজিৰ মেল বৰ সফলতাৰে অন্ত হ'ল। মই যি সন্মান পালোঁ অৰ্থাৎ কিদৰে মানুহে মোক আদৰ-অভ্যৰ্থনা কৰি মৰম-স্নেহ তথা চুমা যাচিলে তাত কিমান যে শিষ্টতা আৰু মানৱীয় প্ৰেম নিহিত হৈ আছিল সেয়া আজিহে উমান পালোঁ। তদুপৰি এই সকলোতে শেঠ মনসুখলালৰ দৰে এজন চৰিত্ৰবান ব্যক্তি উপস্থিত থকাটো বৰ গুৰুত্বপূৰ্ণ কথা।

আজিৰ ভোজমেল বৰ সুন্দৰ হৈছিল — বিশেষকৈ যি ঘাঁহ মোক খাবলৈ দিয়া হৈছিল সেয়া বৰ সোৱাদলগা আছিল। শুনিছোঁ যে সেই ঘাঁহ বোম্বাইৰ বিশেষ 'পাৰবী' এলেকাৰপৰা বিমানত .অনা হৈছিল।

ধীৰে ধীৰে মোৰ মগজুৱে এই পাৰিপাৰ্শ্বিকতা স্বীকাৰ কৰি

ল'লে। ক'বলৈ গ'লে পৰিবেশটো মোৰ ৰাসক্ৰীড়াৰ যেন লাগিল। অতিশয় আনন্দিত হৈ মই ভৰি নচুৱালোঁ, নেজ জোকাৰিলোঁ, তাৰ পিছত বৰ জোৰেৰে নাচিবলৈ ধৰিলোঁ। আজি মোৰ অন্তৰ কুমলি গ'ল—ফুলৰ দৰে কোমল। মই শেঠজীক ক'লোঁ— আজি মোৰ আপোনাৰ বাহিৰৰ ঘাঁহনি ডৰাত পৰি থাকিবলৈ বৰ মন গৈছে।

শেঠজীয়ে ক'লে—ব'লক, বাহিৰৰ 'লনত' যিমান ইচ্ছা পৰি থাকক। এয়া আপোনাৰ নিজা ঘৰ।

এইগৰাকী শেঠ কি যে মহৎ! —মই অন্তৰেৰে ক'লোঁ। আৰু তেওঁৰ সৈতে চ'ৰাঘৰ অতিক্ৰম কৰি বাহিৰৰ বাৰাণ্ডাত উপস্থিত হ'লোঁ। কিন্তু বাহিৰৰ বাৰাণ্ডাৰপৰা ওলাই লনলৈ যোৱাৰ পথত এজন লাওলোৱা মানুহৰ ওপৰত চকু পৰিল। সি দুটা গাধক এডাল জৰীৰে বান্ধি থিয় দি আছিল।

: এওঁ কোন? —মই শেঠজীক সুধিলোঁ।

: অ' মই পাহৰিয়ে গৈছিলোঁ। ই বেচেৰাই আপোনাক লগ পাবলৈ বহু সময়ৰপৰা ৰৈ আছে। ভোজমেলৰ সময়ত মই ইমান ব্যস্ত হৈ আছিলোঁ যে ইয়াৰ কথা একেবাৰেই পাহৰি গৈছিলোঁ। শেঠজীয়ে ফটা কাপোৰ পিন্ধা মানুহজনলৈ আঙুলিয়াই কৈ উঠিল— এওঁ হেনো বাৰাবাংকীৰপৰা আহিছে। বাতৰিকাকতত আপোনাৰ ফটো দেখা পাই কৈছে যে আপোনাক ই চিনি পায়। এওঁৰ বিশ্বাস— শেঠজীয়ে ব্যংগাত্মক হাঁহি মাৰি ক'লে—এওঁ আপোনাৰ বাৰাবাংকীৰ চিনাকী। আপুনি বাৰু এওঁক চিনি পায়নে?

মই শীঘ্ৰে চিনি নাপাওঁ বুলি ক'লোঁ।

: কি? তুমি মোক চিনি নোপোৱা? —সেই লাওলোৱা মানুহজনে মোৰ কাষলৈ আহি ক'লে— ধব্বু! তুমি মোক পাহৰি গ'লা? মই তোমাৰ সেই ধব্বু— বাৰাবাংকীত যে ইটা কঢ়িয়াইছিলা··· মনত পেলোৱাচোন সেই দিনবোৰ··· যেতিয়া তুমি চৈয়দ কেৰামত আলি ছাহৰ অট্টালিকাত ইটা কঢ়িয়াবলৈ গৈছিলা···!

: এয়া কি বলকিছা ? —বৰ খঙেৰে মই ক'লোঁ— যদিও সি কোৱা কথা মোৰ অনাই সঁচা আছিল। —মই কোনো চৈধ্য কেৰ্মাৰত আলি ছাহক চিনি নাপাওঁ। আৰু আজিলৈ মই কাৰো ইটা কৰিয়াই পোৱা নাই। মোৰতো নামো ধব্ব্ নহয়। —মই শেঠজীৰ পিনে চাই ক'লোঁ— ক'ত মই আৰু ক'ত সেই ধব্ব্ নামৰ নাম মাত্ৰ গাধ।

: নিশ্চয়! আপুনি উচিত কথাই কৈছে। —শেঠ মনসুখলালে মোৰ পিঠিত হাত থৈ ক'লে— মোৰ সেই সময়ত সন্দেহ হৈছিল যেতিয়া ই আহি আপোনাৰ প্ৰথম গৰাকী বুলি কৈছিল। তেতিয়াই মই ইয়াক কৈছিলোঁ যে আপোনাৰ স'তে দেখা কৰাৰ সুযোগ কৰি দিম। চিনি পোৱা-নোপোৱাটো আপোনাৰ কথা।

ধব্ব্ৰ চকুলো ওলাল। মোক ক'লে—ধব্ব্! ইমান সোনকালে মোক পাহৰি গ'লিনে? হায়! মোক যদি চিনিব নোৱাৰিলি নাই অন্ততঃ তোৰ মাৰ-দেউতাৰক চিনি ল। —এইবুলি কৈ ধব্ব্ৰে বটাৰে বান্ধি অনা গাধহালক মোৰ সমুখত থিয় কৰালে। যেতিয়ালৈ এই গাধহাল গছৰ এন্ধাৰ ছাঁত থিয় হৈ আছিল, মই সিহঁতক চিনি পোৱা নাছিলোঁ। কিন্তু যেতিয়া সিহঁত কাষলৈ আহিল তেতিয়া লাইটৰ পোহৰত মই সিহঁতক তৎক্ষণাত চিনি পালোঁ। সিহঁতৰ দুৰ্বল দেহ, ঘাঁ লগা ছাল, কণীয়া ওঁঠ আৰু লেতেৰা দেহত মাখিৰ ভেন ভেননি! কন্তেক পিছতে দুৰ্গন্ধত মোৰ উশাহ বন্ধ হোৱাৰ উপক্ৰম হ'ল।

সেই গাধ দুটিয়ে কিবা কোৱাৰ আগতে মই চিঞৰি উঠিলোঁ— এয়া কি যে এক অসভ্যামি! মোৰ মা-দেউতা এনে লেতেৰা, এনে ঘৃণনীয় হ'বই নোৱাৰে। হেৰি শেঠজী! মইতো আচল হৰ্ট-ফোৰ্ডচায়াৰৰ বিলাতী গাধৰ সন্তান, য'ৰপৰা আজিও গাধ লৰ্ড মাউণ্টবেটেনৰ আস্তাবললৈ যায়। এনে সম্ভ্ৰান্ত ভদ্ৰ গাধক আপুনি ইহঁতৰ স'তে তুলনা কৰিছে? ধিক মোৰ জীৱন!

: কেনে কথা আপুনি কৈছে? —শেঠজীয়ে কাণত হাত দি

ক'লে—মোৰ প্ৰথমৰ পৰাই সন্দেহ হৈছিল যে এই দগাবাজ হঁত আপোনাৰ পিতৃ-মাতৃ কিয়, অন্য কোনো সম্বন্ধীয়ও হ'বই নোৱাৰে।

: মোৰ মৰমৰ বাছা!—মোৰ পিতাই সাহেকৈ মাত দিলে।

শেঠ মনসুখলালে গাধৰ কথা সুবুজাত খঙেৰে চিঞৰি এটা লগুৱাক ক'লে—এই বদমাচ-দগাবাজহঁতক উলিয়াই দে।

বুঢ়া ধবধুৱে মোৰ ডিঙিত ধৰি ক'লে—কিমান আশা লৈ তোৰ কাষলৈ আহিছিলোঁ। কিমান অভিলাষ লৈ তোৰ বৃদ্ধ মাৰ-পিতাৰক তোৰ কাষলৈ লৈ আনিছোঁ। মোৰ দেহলাওটা! মই সকৰেপৰাই তুলি-তালি তোক ডাঙৰ কৰিছোঁ। এতিয়া টকা ধাৰ কৰি ৰে'লগাড়ীৰ টিকট কাটি আহিছোঁ। ইহঁতকো বৰ অসুবিধাৰে মালগাড়ীত উঠাই আনিছোঁ। এতিয়া যে উভতি যাবলৈ হাতত এপইচাও নাই বোপা।

মই শেঠজীক ক'লোঁ— ইয়াৰ নিশ্চয় কিবা ভুল হৈছে। প্ৰকৃততে গাধৰ ৰং-ৰূপ এটাৰ লগত আন এটাৰ প্ৰায় একে। সেইবাবেই হয়তো ইয়াৰ কিবা ভুল হৈছে। ইয়াৰ গাত তেনেকৈ কোনো দোষ নাই। মই ভাবোঁ যে ইয়াক ৰে'লৰ ভাৰা আৰু অলপ টকা দি পঠিয়াই দিয়া উচিত।

শেঠ মনসুখলালে এখন এশ টকীয়া নোট বুঢ়াক দি ক'লে—খবৰদাৰ! ইয়াৰ পিছত তই যদি ইয়াত খোজ দিয় আৰু কাৰোবাক যদি কৱ (মোলৈ আঙুলি দেখুৱাই) এখেতৰ কেতিয়াবা 'গৰাকী আছিলি তেন্তে তোক শুদাই নেৰোঁ। আমাৰ চাহাবহে আচল বংশৰ গাধ। এওঁতো ইয়াৰে নহয়। যোল্লশ বছৰৰ পুৰণি এওঁৰ কুল-মৰ্য্যাদা। কোনো বংশতে এওঁৰ তেজত কালিমাৰ চেকা লগা নাই। বিশ্বাস যদি নহয়, তেন্তে বংশাৱলী চাওক। এনে সঁচা, শুদ্ধ বংশ মানুহৰ মাজতো বিচাৰি পোৱা নাযায়।

বুঢ়াই হাতযোৰকৈ ক'লে—তোমাৰ কথাই সত্য। —এইবুলি কৈ সেই গাধ দুটাক ৰচীৰে বান্ধি লৈ গ'ল।

যেতিয়া সেই তিনিও অভাগী আত্মাই মনসুখলালৰ ঘৰৰপৰা

ওলাই গ'ল তেতিয়াহে মোৰ গালৈ চেতনা আহিল। শেঠ মনসুখলালে মুৰ জোকাৰি ক'লে—মই সকলো বুজিছোঁ। দিন-কাল দেখিছেনে, এয়া কোনো নতুন কথা নহয়। এই সংসাৰত এনেকুৱা ঘটনাই ঘটে। যেতিয়া কোনো এজন ব্যক্তিয়ে অকণমান উন্নতি কৰে, যদি সি গাধও হয় তেতিয়া অনতিবিলম্বে তাৰ মাক, দেউতাক, মিত্ৰ, হিতৈষী ইত্যাদি উপস্থিত হয় আৰু এনেকৰ পেলেক বুলি দাবী কৰে। বিভিন্ন প্ৰকাৰে বংশাৱলী মিলাই নিজৰ স'তে সম্বন্ধ পতাত সফল হয়। নাজানো ইহঁত ভেকুলীৰ দৰে বৰষুণত ক'ৰপৰা ছটাতে ওলায়?

: এৰা, —মই খঙতে কৈ উঠিলোঁ, যদিও ভিতৰি ভিতৰি মোৰ ক্ৰোধ একেবাৰেই নাছিল তথাপি এইবাৰেই দুখ লাগিল যে কেনে এক বেদনাদায়ক অৱস্থাত মোৰ মা-দেউতাক মই যাবলৈ দিলোঁ। কিন্তু পৰিস্থিতি সাপেক্ষে সেই খঙো মোৰ স্বাভাৱিক নাছিল।

অৱশেষত শেঠ মনসুখলালে বৰ স্নেহেৰে মোৰ পিঠিত হাত বুলাই ক'লে—'ভিতৰলৈ বলক।

আমি দুয়ো ধীৰে ধীৰে চ'ৰাঘৰত প্ৰৱেশ কৰিলোঁ। শেঠজীয়ে বৰ মৰমেৰে ক'লে—মহাশয়! বৰ কম বয়সতে আপোনাৰ যথেষ্ট খ্যাতি বাঢ়িল। আপোনাৰ যদি পিতৃ-মাতৃ নাই তেন্তে এনে এক ব্যক্তিৰ প্ৰয়োজন যিয়ে আপোনাৰ যত্ন ল'ব পাৰিব।

: যত্ন? —মই ভাবিবলৈ ধৰিলোঁ।

: আপোনাৰ স'তে যিয়ে প্ৰেম কৰিব পাৰে?

: প্ৰেম? —মোৰ চকু চমকি উঠিল।

: যিয়ে আপোনাক চিন্তা-চৰ্চাত সহায় কৰি এক আনন্দময় পৰিবেশৰ সূচনা কৰিব পাৰে।

: আনন্দ?

: চমু অৰ্থত ক'বলৈ গ'লে যি আপোনাৰ জীৱন-লগৰী হ'ব পাৰে।

: জীৱন-লগৰী? —মই কিঞ্চিৎ কোমল সুৰেৰে নিজকে প্ৰশ্ন কৰিলোঁ।

: এনে একনী লাখ বাক ক'ত পোৱা যাব?

মনসুখলালে কন্তেকপর নীৰৱে চকীত বহি থাকিল। পিছত মনলৈ সাহস আনি ক'লে—এতিয়া আপুনি আপোনাৰ অতীত পাহৰি যাওক। আজিৰপৰা আপুনি এটি নতুন জীৱনৰ পথত খোজ দিয়ক এনে এক সমাজত, এনে এক নতুন সংসাৰত। ইয়াৰ মূল্য কিছু বেলেগ। আপুনি এতিয়া আগন্তুক ভৱিষ্যতৰ কথা ভাবক। আগন্তুক? যি অতিক্ৰমি গ'ল সেয়া সম্পূৰ্ণ পাহৰি পেলাওক।

মই নিজৰ ডুয়োটা চকু মুদি ক'লোঁ—ভাল বাক, পাহৰি পেলালোঁ মোৰ অতীত জীৱন। এতিয়া কওক আগলৈ কি হ'ব?

: আপুনি মোৰ কন্যাৰ পাণি গ্ৰহণ কৰক।

: আপোনাৰ কন্যাৰ? —মই জোৰেৰে চিঞৰি উঠিলোঁ। আৰু একে কোবে চোকাত বহিলোঁ। —মিচ ৰূপৱতীৰ স'তে বিবাহ?

: নিশ্চয়। ইয়াত একো আচৰিত হ'বলগীয়া নাই। মোৰ কন্যা শিক্ষিতা, সুন্দৰী আৰু আপ-টু-ডেট।

: মই আপোনাৰ কন্যাৰ বিষয়ে ভবা নাই। নিজৰ বিষয়েহে ভাবিছোঁ। চাওক, মইতো এটা জন্তু আৰু আপোনালোক মানুহ। কিমান যুগৰ ব্যৱধানৰ পিছত এটা জন্তু আৰু এগৰাকী মানুহৰ মাজত, সম্ভৱতঃ লাখ লাখ বছৰৰ পিছত বিবাহৰ দোলেৰে সম্বন্ধ স্থাপিত হ'ব। মোৰ এই সময়ত বোকেচিয়াৰ সৌন্দৰ্য আৰু পণ্ডৰ কথা মনত পৰিছে।

: বোকেচিয়া কোন বাক? টক এগ্ৰচেঞ্জৰ দালাল?

: ওঁহো, তেওঁ এজন চিত্ৰকৰ।

: এই চিত্ৰকৰটোক গৰিহণা দিয়ক। এই সময়ত আমি অতি জৰুৰী কথা পাতিছোঁ। ইয়ালৈ আপুনি বোকেচিয়াক কিয় আনিছে? মোৰ অনুৰোধ এয়ে যে আপুনি মোৰ কথা মানি লওক।

মই কিছু কথা কটাৰ ছলেৰে মনসুখলালক ক'লোঁ—আপুনি এই প্ৰস্তাৱ পুনৰ ভাবি চাওক; কাৰণ ইয়াত যে এগৰাকী কন্যাৰ

জীৱন আৰু মৰণৰ প্ৰশ্ন জড়িত। আপুনি ৰূপৱতীক নোসোধাকৈ কেনেকৈ এই প্ৰস্তাৱ সমৰ্থন কৰিবলৈ ওলাইছে? তেওঁ জানো এই কাৰ্যত সম্মতি প্ৰদান কৰিব?

: কেতিয়াও আপত্তি নকৰে। মই তাইৰ স'তে কথা হৈছোঁ। —মনসুখলালে ঘোষণাৰ সুৰত ক'লে।

: মোৰ বিশ্বাস হোৱা নাই। —আশ্চৰ্যৰে চিঞৰি উঠিলোঁ।

: আপুনি নিজেই তাইক সুধি লওক।

: কিন্তু!

কিন্তু মনসুখলালে মোৰ কথা নুশুনি শীঘ্ৰে টিলিঙা বজালে। লগে লগে এজন লগুৱা উপস্থিত হোৱাত জীয়ৰীক মাতি দিবলৈ আদেশ দিলে।

মনসুখলালে পুনৰ মোৰ পিনে চাই ক'লে—তাই আমাৰ কথাৰ ফলাফললৈ প্ৰতীক্ষা কৰি আছে।

এনেতে মিচ ৰূপৱতীয়ে খটখটিৰে নামি আহিবলৈ ধৰিলে। পিন্ধনত ডাঠ নীলা ৰঙৰ চেমিজ। যেতিয়া তাই মোৰ ওচৰলৈ আহিল তেতিয়া মোৰ অন্তৰ কঁপিবলৈ ধৰিলে। তললৈ যোৱাৰ বাবেও কোনো খট-খটি নাছিল। মই সহায় বিচাৰি ইপিনে-সিপিনে চালোঁ সঁচা, কিন্তু শেঠজীয়ে সুবিধা বুজি কোঠাৰপৰা ওলাই গ'ল। অবশেষত চ'ৰাঘৰত মই আৰু ৰূপৱতী নিৰলে ৰ'লোঁ।

মোৰ অন্তৰাত্মাই ভয়তে গাধৰ দৰে চিঞৰিবলৈ বিচাৰিছে যদিও মই সংযত হৈ নীৰৱে থাকিলোঁ।

: কওক। —ৰূপৱতীয়ে মোক সুধিলে।

মই ভয়তে সেপ ঢুকিলোঁ। শেহত মনলৈ অকণ সাহস আনি ক'লোঁ— এয়া জানো সঁচা কথা?

: কি কথা? —ৰূপৱতীয়ে নিজৰ সুন্দৰ তথা ডাঙৰ চকু দুটা মোৰ চকুত থাপি সুধিলে।

এবা, ৰূপৱতীৰ কণ্ঠস্বৰ বৰ শুৱলা আৰু মৰমিয়াল।

: কিন্তু চাওকচোন, মই যে এটা গাধ। আপুনি কিয় এইবোৰ ভাবিছে বাৰু?

: প্ৰতিজন পতিয়েই এনে হোৱা উচিত। —ৰূপৱতীয়ে নিশ্চিন্ত মনে ক'লে।

: কিন্তু মানুহে কি ক'ব? শেঠ মনসুখলালৰ জোঁৱাই এটা গাধ।' ইমান প্ৰতিভাশালী লোকৰ জোঁৱাই…

: মই প্ৰায়বোৰ ডাঙৰ লোকৰ এনে জোঁৱাই দেখিছোঁ। সিহঁত যিমানেই গাধ হয় সিমানে সফল হয়। তদুপৰি ডাঙৰ ডাঙৰ পদতো অধিষ্ঠিত হয়—সিহঁত গাধ বাবে নহয়, ডাঙৰ লোকৰ জোঁৱায়েক বাবেহে। কোনো প্ৰখ্যাত লোকৰ জোঁৱায়েকৰ বাবে বুদ্ধিমান হোৱাৰ প্ৰয়োজন নাই। সিহঁতৰ উন্নতিৰ বাবে এয়ে যথেষ্ট যে সিহঁত ডাঙৰ লোকৰ জোঁৱায়েক।

বিস্ময়ত মোৰ চকু মেল খাই ৰ'ল। নতুন সমাজৰ নিয়ম-নীতি এতিয়া মই বুজিব পৰা হৈছোঁ।

কিন্তু অসম্মতি প্ৰকাশ কৰি আকৌ উঠিলোঁ—পৃথিৱীয়ে আপোনাক জানি-বুজিয়ে এনে কাম কৰা বুলি ক'ব। তাতোকৈ বৰং সমাজত আপুনি বহু যোগ্যবান শ্ৰেষ্ঠ দৰাই পাব।

: এয়া মোৰ নিজ ইচ্ছা। ইয়াত কাৰো মাত মতাৰ অধিকাৰ নাই। —ৰূপৱতীয়ে তীক্ষ্ণ স্বৰেৰে ক'লে—মইতো আৰু আপোনাক সামাজিকভাৱে বিয়া নকৰাওঁ। বিবাহ গোপনভাৱে হ'ব।

: গোপনভাৱে?

: এৰা, বিবাহৰ পিছত আপুনি পূৰ্বৰ দৰে আস্তাবলত আৰু মই অট্টালিকাত থাকিম।

: মই আস্তাবলত আৰু আপুনি অট্টালিকাত?

: অৱশ্যে আপুনি আস্তাবলত সকলোবোৰ সুবিধাই পাব। সুন্দৰ পালেং, সুন্দৰ খাদ্য, উপযুক্ত লগুৱা-লিকচৌ আৰু টেলিফোন—যাৰ জৰিয়তে মোৰ স'তে মাজে মাজে কথা-বতৰাও হ'ব পাৰিব।

: টেলিফোনত ?

: কেতিয়াবা জিবণিব সময়ত আপুনি মোক চ'বাঘৰতো দেখা কৰিব পাৰিব। কিন্তু মোৰ কোঠাত প্ৰবেশ কৰাৰ অধিকাৰ নাপাব।

: ঘূৰা-ফুৰাৰ ক্ষেত্ৰত কি হ'ব ? মই প্ৰায়ে দেখোঁ যে পতি-পত্নী একেলগেই ফুৰিবলৈ যায়।

: আমিও ফুৰিবলৈ যাম। অৱশ্যে এই ক্ষেত্ৰত আপোনাৰ পিঠিত ওলোমাই দিয়া হ'ব জীনৰ দলিছা যাতে সহজনে দেখি বুজিব পাৰে আপুনি মোৰ গাধহে, পতি নহয়।

: বৰ সুন্দৰ কথা। ময়ো যে সেই সময়ত জীনৰ দলিছাৰ পৰশ পিঠিত অনুভৱ কৰিব পাৰিম।

: মূল কথা—আপোনাৰ চেক বহী মোৰ স'তে থাকিব, অৰ্থাৎ সেই পঁচিছ কোটি টকাৰ বহীখন মোৰ নামত...

: কিহৰ পঁচিছ কোটি টকা ?

: মই সেই ঠিকাৰ বিষয়ে সকলো জানো যাৰ বিষয়ে আপুনি প্ৰধান মন্ত্ৰীৰ স'তে কথা হৈছিল।

: কিন্তু আপুনি বৰ ডাঙৰ ভুল কৰিবলৈ ওলাইছে।

: হ'ব হ'ব, কথা লুকোৱাৰ প্ৰয়োজন নাই। —ৰূপৱতীয়ে ক'লে—মই একো শুনিব নোখোজোঁ। চেক বহী মোৰ লগত আৰু সেই বহীখন মোৰ নামত হ'ব লাগিব।

: কিন্তু ? —মই পুনৰ বুজাবলৈ যত্ন কৰিলোঁ।

: এতিয়া বহুতো ৰাতি হ'ল প্ৰিয়তম, আস্তাবলত শুই থাকক। শুভ ৰাত্ৰি !

ৰূপৱতীয়ে বৰ মৰমেৰে মোৰ কাণত চেপি দিলে। মোৰ চকুলো ওলাল, কণ্ঠ উপচি পৰিল। চাৰিওখন ভৰি কঁপিবলৈ ধৰিলে। কল্পনাৰ ঢৌত উটি গৈ মই ক'বলৈ ধৰিলোঁ—

: ৰূপো ! মোৰ সোণজনী !

: ধৰৰ্ ! মোৰ প্ৰিয়তম ধৰৰ্ । —তাই সঁহাৰি জনালে।

এনেদৰে ভাব-সাগৰত উটি গৈ মই চিঞৰিব খুজিছিলোঁ, তেনেতে ভিতিত শিকলিৰ বাজ্জান অনুভৱ কৰিলোঁ। দেখিলোঁ, এজন বৃদ্ধ অশ্বপালকে বৰ শিষ্টাচাৰেৰে মোৰ ভিতিত ৰশৰ জিজিৰি পিন্ধাই আস্তাবললৈ নিব খুজিলে।

: হুজুৰ, এতিয়া ব'লক।

খটখটিৰ মাজত ৰূপৱতীয়ে বৈ মোক ক'লে—এতিয়া যোৱাগৈ প্ৰিয়তম, কালিলৈ সৌন্দৰ্য প্ৰতিযোগিতাৰ তুমি প্ৰধান বিচাৰক হৈ ৰিলিংডন ক্লাবলৈ যাব লাগিব। —তাই নিজৰ আঙুলিবোৰ ওঁঠত লগাই খটখটিৰপৰা মোলৈ এটা বতাহী চুমা যাচি তৎক্ষণাত অন্তৰ্ধান হ'ল।

অশ্বপালকে মোক আস্তাবললৈ লৈ গ'ল।

ৰূপৱতীয়ে বৰ বেগেৰে বাৰাণ্ডা পাৰ হৈ শোৱনি কোঠাত প্ৰবেশ কৰিলে য'ত তাইৰ পিতৃ প্ৰতীক্ষাৰত।

: আপোনাৰ কাম মই কৰিলোঁ। অৰ্থাৎ মই গাধৰ লগত বিবাহৰ সন্মতি প্ৰদান কৰি আহিলোঁ। —ইয়াকে কৈ তাই বিছনাত বাগৰি কান্দিবলৈ ধৰিলে।

শেঠ মনসুখলালে জীয়ৰীৰ মূৰত হাত বুলাই ক'বলৈ ধৰিলে—ভয়ৰ কাৰণ নাই মা। নিজৰ উদ্দেশ্য সিদ্ধিৰ বাবে কেতিয়াবা গাধকো দুই মিনিটৰ বাবে পতি মানিব লগা হয়। সেই ঠিকাটো মোৰ হাতলৈ আহিলে সকলো ঠিক হৈ যাব। অলপ ভাবি চা মাজনী। পঁচিছ কোটি টকা। পঁচিছ কোটি ঠিকাৰ অন্ততঃ দহ কোটি আমাৰ হাতলৈ আহিব। মোৰ টকা মানেই তোৰ মাজনী। এই দহ কোটি টকাৰে তই পৃথিৱীৰ সবাতোকৈ চহকী আৰু সুন্দৰ পতিগৰাকীক কিনি ল'ব পাৰিবি।

শেঠ মনসুখলালে পুনৰ ক'লে—এই সময়ত আমি ইয়াৰ হাতৰ মুঠিত আছোঁ। কিন্তু 'পাছ বুক' আৰু 'চেক বুক' আমাৰ নামত কৰি ল'ব পাৰিলেই ই আমাৰ হাতৰ মুঠিত সোমাই পৰিব।

ৰূপৱতীয়ে চকুলো মচি হাঁহি উঠিল। তাই বিজয়ী হাঁহিৰে পিতৃৰ বুদ্ধিৰ প্ৰশংসা কৰিলে।

জীয়ৰীৰ কান্ধত মৰমেৰে হাত বুলাই শেঠ মনসুখলালে শোৱনি কোঠাৰপৰা ওলাই আহিল।



**ৰিল্ডিংডন ক্লাবলৈ গাধৰ যাত্ৰা, সৌন্দৰ্য প্ৰতিযোগিতাৰ বিচাৰক নিৰ্বয় তথা চঞ্চল সুন্দৰীহঁতৰ মাজত আবদ্ধ...**

ৰিল্ডিংডন ক্লাবৰ সেই দিনটো ৰং-বহইচেৰে ভৰা আছিল। ক্লাবৰ বৃহৎ হলঘৰটো কাগজৰ ফুল, ৰং-বিৰঙৰ বেলুন, ৰেচমী পৰ্দাৰে ন-কইমাৰ দৰে সজোৱা হৈছিল। হলঘৰৰ চাৰিওফালে সৰু সৰু বিপনিবোৰ প্ৰসাধনৰ সামগ্ৰীৰে সজোৱা হৈছিল। সৌন্দৰ্য প্ৰতিযোগিতাৰ বাবে যিমানখিনি ধন ব্যয় কৰা হৈছিল সেইবোৰ কোম্পানিৰ গৰাকী-সকলৰ নিজৰ জেপৰপৰাই আহিছিল। এই বিপনিবোৰৰ ভিতৰত সোণৰ গহনাৰ, লিপষ্টিকৰ, পাউদাৰৰ, কাপোৰৰ, ওৰ্ণা, টাৱেল, ছাতি, ফুলৰ থোপা, জোতা, চেম্পু, চেণ্ট আৰু বিউটি ক্ৰিমৰ বিপনিয়েই প্ৰধান। অৱশ্যে কিতাপৰ বিপনি হ'লে এখনো নাছিল। কেতিয়াবা কিতাপ পঢ়ি মানুহৰ জানো সৌন্দৰ্য বৃদ্ধি হৈছে?

লেডী সা ৰে গা মা-ই ক্লাবৰ প্ৰখ্যাত সভ্যবৃন্দৰ স'তে মোক পৰিচয় কৰাই দিলে। পিছত তেওঁ মোক ক্লাবৰ সেই বৃহৎ হলঘৰলৈ লৈ গ'ল। তাৰ বৰ্ণনা ইতিমধ্যে মই আপোনালোকৰ আগত দিছোঁ। ইয়াতেই সৌন্দৰ্য প্ৰতিযোগিতাত অংশ-গ্ৰহণ কৰা সুন্দৰীসকল শাৰী পাতি থিয় হৈছিল। তেওঁলোকৰ লগতো মোৰ পৰিচয় হ'ল।

এওঁ হ'ল চোলেনৰ সুন্দৰী—নম্বৰ এক।

অৰ্থাৎ আপোনাৰ কথাৰ মৰ্ম হ'ল চোলেনৰ হুইস্কি নম্বৰ এক।

: নহয় মহাশয়! লেডী সা ৰে গা মা-ই মোক বুজাই দিলে। চোলেনত যি সৌন্দৰ্য প্ৰতিযোগিতা হৈছিল তাত এওঁক ৰাণী বুলি পুৰস্কৃত কৰা হৈছিল।

: এওঁ চিমলাৰ ৰাণী।

: এওঁ নৈনিতালৰ ৰাণী।

: এওঁ ডেলহাউচিৰ ৰাণী।

: এওঁ কোডাইকনালৰ ৰাণী।

: এওঁ উট্ৰিৰ ৰাণী ।

: এওঁ দাৰ্জিলিঙৰ ৰাণী।

প্ৰতিগৰাকীৰ লগতে মোৰ পৰিচয় হ'ল। মই ভাবিলোঁ, ইয়াত কোনোৰা ক্লাৱখানাৰ সুন্দৰী নাইনে? খেতি-পথাৰৰ ৰাণী নাই কিয়? বিড়ি তৈয়াৰ কৰা ৰাণী নাই—মুচি-মেতৰ সংস্থাৰ ৰাণী নাই? মইতো ফটা-ছিটা কাপোৰ পিন্ধা ইমান ৰূপহী নাৰী দেখিছোঁ যে শেঠ ক্ৰমজীৰ ভাই ওপটনৱালাই এওঁলোকক দেখা মাত্ৰকে নিজৰ সকলো পাউদাৰ, লিপষ্টিক, ক্ৰিম, টালি-টোপোলা বান্ধি লৈ হুল ঘৰৰপৰা ওলাই পলাই পত্ৰং দিব। ক'ত বাক সেই সঁচা মুকুতাৰ দৰে সাগৰীয় শামুকৰ ভিতৰত লুকাই থকা ৰাণীবোৰ?

লেডী সা ৰে গা মা-ই পৰিচয় কৰাই দিলে—

: এওঁ হ'ল লক্ষ্ণৌৰ ৰাণী।

: এওঁ হ'ল জলন্ধৰৰ ৰাণী।

: এওঁ হ'ল দিল্লীৰ ৰাণী।

: এওঁ হ'ল কমলা। কমলাই মোক দেখা মাত্ৰকে মিচিকিয়াই হাঁহিলে। মই কাণযোৰ কৰি আগবাঢ়িলোঁ।

: এওঁ নতুন দিল্লীৰ ৰাণী।

: এওঁ হ'ল ৰূপৱতী—অৰ্থাৎ মোৰ ভাবী পত্নী। তাই মোলৈ চাই হাঁহিলে আৰু মই ক্ৰমাৎ আগবাঢ়িলোঁ।

যেতিয়া আটাইবোৰ বাণীৰ স'তে পৰিচয় হ'ল তেতিয়া মোক তেওঁলোকৰ মাজত থিয় কৰোৱা হ'ল আৰু ফটোগ্ৰাফাৰে নিজৰ ক্লাচ বাম্ব অলাই বহুসংখ্যক ফটো ল'লে।

ইয়াৰ পিছত সৌন্দৰ্য প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰা সুন্দৰীসকলক কোৱা হ'ল—নিজৰ নিজৰ পোছাক খুলি ক্লাবৰ পুখুৰী পাৰত সাঁতোৰা সাজ পৰিধান কৰি উপস্থিত হোৱা।' সুন্দৰীসকলে এই ঘোষণা শুনা মাত্ৰকে নিজৰ নিজৰ কাপোৰ সলোৱা কোঠালৈ গ'ল আৰু লেডী সা ৰে গা মা-ই মোকো চুইমিং পুললৈ যাবলৈ আহ্বান জনালে।

তেওঁ মোক ক'বলৈ ধৰিলে—'এওঁলোক প্ৰত্যেকেই নিজ নিজ চহৰ তথা এলাকাৰ ৰূপৱতী। আজি আপুনি ভাৰতৰ ভিতৰতে সবাতোকৈ সুন্দৰী গৰাকীক বিচাৰ কৰি উলিয়াব। এওঁলোকৰ ভিতৰত যিগৰাকী সৌভাগ্যশালী হয় তেওঁক লচ এঞ্জেলচৰ আন্তঃৰাষ্ট্ৰীয় সৌন্দৰ্য প্ৰতি-যোগিতালৈ অংশগ্ৰহণৰ বাবে পঠোৱা হ'ব।

: অতি উত্তম প্ৰস্তাব লেডী! সা ৰে গা মা-ক মূৰ জোকাৰি ক'লোঁ। আইদেউ! আপোনাৰ নামটো ইমান দীঘল যে মই সা ৰে গা মা ক সংক্ষেপে লেডী গা মা বুলিহে মাতিম। আপোনাৰতো কোনো আপত্তি নাই?

: নাই নাই, মোৰ মৰমৰ গাধ! লেডী গা মা-ই বৰ মৰমেৰে মোৰ কাণত টিপি দিলে। ঠিক সেই সময়তে মিচ ৰূপৱতীয়ে নিজৰ কাপোৰ সলোৱা কোঠাৰপৰা চুইমিং পুললৈ বুলি সাজ পিন্ধি ওলাই আহিল। তাই মোলৈ উভতি চালে। বহুকেইজন ফটোগ্ৰাফাৰে তাইৰ ফটো ল'বলৈ ধৰিলে।

ৰূপৱতীৰ পিছতে অন্যান্য সুন্দৰীবোৰেও নিজ নিজ সাজ পৰিধান কৰি ওলাই আহিল। মই দেখা পালোঁ যে কেইবাজনো পছিমীয়া কোম্পানিৰ ফটোগ্ৰাফাৰে ফটো ল'বলৈ উপস্থিত হৈছে। সুন্দৰীহঁতে বিশেষ বিশেষ ভংগীত নিজক সুন্দৰী কৰি তোলা আকৰ্ষণীয় হাঁহি মাৰিলে। ক্ষন্তেক পৰৰ পিছতে যেতিয়া সমূহ প্ৰতিযোগী একত্ৰিত হ'ল তেতিয়া

এটা ঘণ্টা বাজিল। লগে লগে সকলোৰে এটি শাৰীত থিয় হ'ল। প্ৰত্যে-কেই চুইমিং পুলৰ কাষত স্থাপন কৰা শৰীৰৰ ওজন জোখা যন্ত্ৰত উঠি নিজৰ নিজৰ ওজন পৰীক্ষা কৰিবলৈ ধৰিলে। সেই যন্ত্ৰটোৰ কাষত এজন অত্যন্ত দুৰ্বল ক্ষীণ ব্যক্তিক দেখা পালোঁ। মূৰৰ চুলি তেওঁৰ আধা পকা।

লেডী গা মা-ই মোক তেওঁৰ স'তে চিনাকী কৰাই দিলে—এওঁ হ'ল মিঃ ডংকি আৰু এওঁ হ'ল মিঃ কে. কে. ভজনানী।

মিঃ ভজনানীয়ে একজনীৰ পিছত আন এজনীক ওজন জোখা যন্ত্ৰৰ প্লেটফৰ্মত উঠিবলৈ নাম মাতে আৰু যেতিয়া যন্ত্ৰৰ প্লেটৰপৰা ওজন কাৰ্ড ওলায় তেতিয়া প্ৰতিযোগীয়ে কাৰ্ড হাতত লৈ ভজনানীৰ কাষত উপস্থিত হয়গৈ। তেওঁ সেই প্ৰতিযোগীৰ নাম তথা ওজন নোট কৰি প্ৰতিযোগীৰ ভৰিৰপৰা মূৰলৈ চাই কম্পিত স্বৰেৰে মাতে 'নেক্সট প্লিজ।'

লেডী গা মা-ই ক'লে—মিঃ ভজনানী বৰ খোলা অন্তৰৰ ব্যক্তি। চাওক, এওঁৰ বয়স ইমান হ'ল, অথচ এতিয়ালৈ বিয়া কৰোৱাই নাই।

: তেন্তে এওঁ তিৰোতাৰ শৰীৰৰ ওজনৰ বিষয়ে কি জানিব?

: সেই কথা স'চা নহয়। লেডী গা মা-ই হাঁহি মাৰি ক'লে—ওজন জোখা এই যন্ত্ৰটো মিঃ ভজনানীৰ আবিষ্কাৰ। এই যন্ত্ৰটো অন্যান্য ওজনৰ যন্ত্ৰতকৈ সম্পূৰ্ণ বেলেগ। চাওক, এই কাৰ্ডখনে সমগ্ৰ দেহৰ ওজন নিৰূপণ কৰে—লগতে বিভিন্ন অংশৰো ওজন নিৰ্ণয় কৰে। উদাহৰণ স্বৰূপে—সৌন্দৰ্য প্ৰতিযোগিতাত অংশ লোৱা প্ৰতিযোগীৰ ওজন ডিঙিৰপৰা কঁকাললৈ কিমান, কঁকালৰপৰা ডিঙিলৈ কিমান আৰু মূৰৰপৰা ভৰিলৈ কিমান তাক এই যন্ত্ৰই নিৰূপণ কৰে।

: মূৰৰ ভিতৰত মগজুৰ পৰিমাণ কিমান তাক জানো এই যন্ত্ৰই নিৰূপণ নকৰে?

: ইয়াক জনাৰ কোনো প্ৰয়োজন নাই। লেডী গা মা-ই মোক ক'লে। ভাল বাৰু, মগজুৰ লগত সৌন্দৰ্যৰ আকৌ কিহৰ সম্পৰ্ক?

মই সুধিলোঁ।

যদিও ভজনানী অবিবাহিত, তেওঁ এই ওজন জোখা যন্ত্রটো বৰ কষ্টৰে আৱিষ্কাৰ কৰিছিল। এওঁৰ অতিৰিক্ত চাৰিত্ৰিক গুণ এয়ে যে দুই আৰু দুইৰ যোগফল পাঁচ হয় বুলি প্ৰমাণ কৰাতেই তেওঁ সমগ্ৰ জীৱন কটাইছে। লেডী গা মা-ই ক'লে।

: চাৰি নহয় জানো? মই মিঃ ভজনানীক সুধিলোঁ। তেওঁ সম্পূৰ্ণ বিশ্বাসেৰে ক'লে— দুই আৰু দুই মিলি পাঁচ হয়। মই গণিতৰ দহোটা নিয়মেৰে প্ৰমাণ কৰিব পাৰোঁ যে দুই আৰু দুই মিলি পাঁচ হয়। আপুনি কোনোবা দিনা এই সেৱকৰ কাষলৈ আহিব। মিঃ ভজনানীয়ে মোলৈ চাই বিশ্বাসৰ স'তে হাঁহি ক'লে—মই আপোনাক প্ৰমাণ কৰি দিম যে···

এনেতে কমলাৰ পাল পৰিল। ভজনানীয়ে সংখ্যাৰ কথা পাহৰি গ'ল আৰু কমলাৰ পিনে আচৰিত হৈ চাই ক'লে—'ওৱেইট প্লিজ'।

মই ক্ৰমাৎ আগবাঢ়িলোঁ।

কিছুদূৰ গৈয়ে এখন চকী দেখিলোঁ। চকীখনৰ আগত জোতাৰ দোকানত জোখ লোৱা গ্ৰাহকৰ আগত থকাৰ দৰে এখন হেলনীয়া ত্ৰিপদী আছিল। প্ৰতিজনী প্ৰতিযোগীয়ে নিজ নিজ ওজনৰ কাৰ্ড লৈ ইয়ালৈ আহিছিল আৰু চেন্দেল খুলি সেই ত্ৰিপদীৰ ওপৰত ভৰি থৈছিল।

: ইয়াত নতুন জোতা পোৱা যাবনে? মই লেডী গা মা-ক সুধিলোঁ।

: নাপাব, তেওঁ হাঁহি মাৰি ক'লে আহক, এখেতৰ স'তে চিনাকী হওক। এখেত মিঃ দাৰুৱালা।

: আপুনি বাৰু কি কৰে? —মই বিহ্বল হৈ সুধিলোঁ— বাটাৰ এজেন্সি লৈছে নেকি?

: নহয়, মোৰ মৰমৰ গাধ। লেডী গা মা-ই মোৰ কান্ধত হাত থৈ ক'লে— মিঃ দাৰুৱালাই ইয়াৰপৰা প্ৰতিযোগীবোৰৰ ভৰিৰ গঠন চায় আৰু ভৰিৰ গাঁঠিৰ সাঁচটোৰ জোখ লয়।

: এৰা, —মই হতাশ হৈ ক'লোঁ— এই কামত আপুনি বৰ নিপুণ।

বোম্বাইত আপুনি কি কৰে মিঃ দাৰুৱালা ? মই প্ৰশ্ন কৰিলোঁ।

: মোৰ বোম্বাইত জুনুকা তৈয়াৰ কৰা কাৰখানা আছে। দাৰুৱালাই— বিতচকুযোৰ বৰ ভালকৈ পিন্ধি ক'লে 'সেইবাবে ভৰিৰ গঠন আৰু গাঁঠিৰ জোখৰ বিষয়ে যিখিনি মই জানো সেয়া আনে সহজে নাজানে।'

: নিশ্চয় নিশ্চয়। মই কথাবাৰ কৈ পুনৰ আগ বাঢ়িলোঁ। লেডি গা মা-ই মোক ক'লে—'দেখিছে ? এই সকলোবোৰ শিল্পী আপোনাৰ সহায়ৰ বাবে ইয়াত একত্ৰিত হৈছে।'

: আপোনাৰ দয়া ! মই শিৰ অৱনমিত কৰি ক'লোঁ। আগলৈ গৈ মই দেখিলোঁ যে এজনী সুন্দৰীয়ে মিঃ দাৰুৱালাক নিজৰ ভৰিৰ গঠন আৰু গাঁঠিৰ জোখ অনুমানতে দি সেই ঠাইত তাণ্ডব নৃত্যৰ এটি ভাও দি নিজৰ উৰু আৰু কলাফুলৰ জোখ দি আছিল।

: সম্ভৱ এওঁ কোনোবা দৰ্জী। —মোৰ মুখৰপৰা ওলাল। লেডি গা মা-ই মোক কথা কোৱাৰ সুবিধা নিদি নিমিষতে ক'লে—'এওঁক আপুনি নাজানে। এওঁ আমাৰ শিল্প তথা মূৰ্তিকলাৰ প্ৰসিদ্ধ বিশ্লেষজ্ঞ। মিঃ খটখট খণ্ডলিয়া। ইলোৰাত যিমান স্ত্ৰীৰ মূৰ্তি পাব সকলোৰে কলা-ফুলৰ আৰু উৰুৰ জোখ এওঁৰ মুখস্থ। কিন্তু আজিলৈ তেওঁ পত্নীৰ নামেই নাজানে।'

: চমৎকাৰ কথা মিঃ খটখট খণ্ডলিয়া ! আপোনাৰ দৰে এজন শিল্পীক পাই মই বৰ আনন্দিত হ'লোঁ।

: আপোনাক আগতেও লগ পাইছিলোঁ। —খণ্ডলিয়াই চিনাকী সুৰেৰে ক'লে।

: সম্ভৱ আপোনাৰ স'তে বাৰাবাংকীত দেখা হৈছিল। —মই তেওঁৰ মন প্ৰফুল্লিত কৰিবলৈ তেনেকৈ কৈছিলোঁ। নহ'লে এনে এটা ফেঁচাক লগ কৰিবলৈ কোনেনো ইচ্ছা কৰিব ?

: বাৰাবাংকীত নহয়। —মিঃ খটখট খণ্ডলিয়াই নিজৰ আঙুলি কেইটা নচুৱাই ক'লে — এৰা, মনত পৰিছে। চাঁচীত আপোনাৰ স'তে

দেখা হৈছিল।

: চাঁচীত ? মোৰ কিন্তু লগ পোৱাৰ কথা মনত নপৰে। —এইবুলি খণ্ডেৰে কৈ উঠিলোঁ।

: আপুনি মিছা কথা কৈছে। মই আপোনাক তাতে দেখা পাইছিলোঁ। চাঁচীত ১১ নং প্লটত এজন ভিক্ষাৰীয়ে ভগবান বুদ্ধক দৰ্শন কৰিবলৈ গৈছিল আৰু তেতিয়া তেওঁৰ পিছে পিছে এটি গাধও গৈছিল। মই যদি ভুল কৰা নাই তেন্তে আপুনিয়ে সেইটো গাধ হ'ব।

লেডী গা মা-ই পুনৰ মোক ক'লে—দেখিলে এওঁৰ শ্ৰেষ্ঠতা। এওঁ মানুহক দেখি পাথৰৰ মূৰ্তিৰ কল্পনা নকৰে, তাৰ পৰিবৰ্তে পাথৰৰ মূৰ্তি চাইহে মানুহৰ অথবা বস্তুৰ ৰূপৰ কল্পনা কৰে।

: বাঃ বাঃ বৰ চমৎকাৰ কথা।

যেতিয়া মই তাৰপৰা যাবলৈ ওলালোঁ, তেতিয়া মিঃ খটখট খণ্ডলিয়াই মোক সুধিলে—ভাই, এতিয়া সেই মগনীয়াজন বাৰু ক'ত ?

খণ্ডেৰে মই ক'লোঁ— চাঁচীতেই থাকিল।

মিঃ খণ্ডলিয়াৰ মনত যেন সন্দেহৰ ভাব উদ্ৰেক হ'ল। সম্ভৱ তেওঁ হয়তো ভাবিছিল— এয়া কিদৰে হ'ল ? সেই চাঁচীৰ গাধ ইয়ালৈ আহিল আৰু সেই মগনীয়াজন পাথৰৰ মাজতে পৰি থাকিল। এয়া কেনেকৈ সম্ভৱ ?

এনেতে এজনী যুৱতীয়ে নিজৰ দেহৰ জোখ দিবলৈ মিঃ খণ্ডলিয়াৰ কাষ চপাত তেওঁ ফিটা লৈ নিজৰ কামত ব্যস্ত হ'ল। এইবাৰ মই প্ৰফেচাৰ বাকেঁ বিহাৰী 'আহ' বনাচাৰী আৰু জোনাব হামিদ 'বাহ' লখনবীক লগ পালোঁ। প্ৰফেচাৰ বাকেঁ বিহাৰী 'আহ' হিন্দী আৰু সংস্কৃতৰ পণ্ডিত, আনহাতে জোনাব 'বাহ' লখনবী উৰ্দু ভাষাৰ এজন নামজ্বলা কবি। 'আহ' বনাচাৰীৰ হিন্দী আৰু সংস্কৃতৰ ধ্ৰুপদী ধাৰাৰ কবিসকলৰ সৰু-বৰ উপমাবোৰৰ ওপৰত দখল আছিল। বিপৰীতে 'বাহ' লখনবীৰ উৰ্দু তথা পাৰ্চী ভাষাৰ হাজাৰ শ্বায়েৰী কণ্ঠস্থ আছিল।

ভদ্ৰুপৰি 'বাহ্' লখনবী এজন কঁকালৰ বিশেষজ্ঞ। মই লখনবীক সুধিলোঁ।— হেৰি অধ্যাপক ভাওৰীয়া, লক্ষ্ণৌৰ যিজনীয়ে 'মলিকা-এ-হুস্ন' বুলি সুন্দৰীৰ উপাধি পাব তেওঁৰ হেনো কঁকালেই নাই। এই ক্ষেত্ৰত আপোনাৰ মতামত কি?

: এই কাৰ্যৰ বাবে মই নিতৌ এটি সৰু অণুবীক্ষণ যন্ত্ৰ লগত ৰাখোঁ। —লখনবীয়ে এইবুলি কৈ এটি সৰু অণুবীক্ষণ যন্ত্ৰ জেপৰ-পৰা উলিয়াই নিজেই নিজস্ব সূক্ষ্মদৰ্শিতাৰ প্ৰশংসা কৰিবলৈ ধৰিলে।

এইদৰে এজনৰ পিছত এজনকৈ কলাকাৰে পুখুৰীৰ কাষে কাষে নিজ নিজ কলা-কৌশল প্ৰদৰ্শন কৰি থাকিল। সেইসকলৰ ভিতৰত বুকুৰপৰা চুলিৰ গুৰিলৈ সৌন্দৰ্য বঢ়াওঁতা বিভিন্ন শিল্পীও উপস্থিত আছিল। প্ৰতিজন প্ৰতিযোগীৰ সৈতে একোখন আৰ্হি কাকতৰ লগত একোখন ফটোও সংযুক্ত আছিল। প্ৰতিজন কলাকাৰে সঠিক জোখ-মাখ লৈ নিজ নিজ মন্তব্য বৰ গাম্ভীৰ্যৰে লিখি দিছিল।

হঠাৎ মোৰ এনে অনুভৱ হয়—মোক যেন কোনো ক্লাবলৈ অনা নাই—কোনোবা কাৰখানাৰ যন্ত্ৰৰ খট্ খট্ খট্ ধ্বনিৰ মাজতহে থিয় হৈ আছোঁ। যিদৰে চাইকেল, মটৰগাড়ী তৈয়াৰ কৰা হয়, ঠিক সেইদৰে এই সুন্দৰীইঁতক সজোৱা হৈছে। এয়াই হ'ল এচেম্বলি লাইন, য'ত বিভিন্ন শিল্পীয়ে ভৰিৰ গাঁঠি, কলাফুল, উৰু, নিতম্ব, বক্ষ, ওঁঠ, গাল আৰু নাকৰ জোখ-মাখ লৈ নাৰীৰ মহত্ব বঢ়াবলৈ যত্ন কৰিছে। হে সুন্দৰী নাৰী! 'মলিকা-এ হুস্ন, বুক চুপাৰ ডিলো! স্ত্ৰী নে ছাপন্ন ষ্টুডিবেকাৰ।' 'চনবিম টায়লৰ ৫৬।'

প্ৰায় দুই-তিনি ঘণ্টা জোখ-মাখ লৈ হিচাব-নিকাচ কৰা হ'ল। শেষত সকলো নথি-পত্ৰ আৰু ফটো মোক পৰীক্ষা কৰিবলৈ দিয়া হ'ল এঘণ্টাৰ বাবে। ইয়াৰ পিছতে যেন মই মোৰ মন্তব্য ৰাইজক শুনাওঁ তথা ভাৰতৰ সৰ্বোত্তম ৰূপৱতীজনীৰ নাম ঘোষণা কৰোঁ।

মই বৰ মনোযোগেৰে সকলো নথি-পত্ৰ চাই তীক্ষ্ণভাৱে পৰীক্ষা-নিৰীক্ষা কৰিলোঁ আৰু মোৰ মতামত শুনাবলৈ প্ৰস্তুত হ'লোঁ যদিও

মোৰ প্ৰায় আধা ঘন্টা উকলি গ'ল। লেডী গা মা হতাশ হ'ল।

: ইমান সোনকালে আপুনি সকলো নথি-পত্ৰ চাই ফলাফল নিৰ্ধাৰণ কৰিলেনে?

: নিশ্চয়।

: তেন্তে ক্লাবৰ ভিতৰলৈ ব'লক। চহৰৰ প্ৰায়বোৰ প্ৰখ্যাত ব্যক্তি আৰু সুন্দৰীবৃন্দ আপোনাৰ মূল্যবান মন্তব্য তথা ভাষণ শুনিবলৈ বৰ অস্থিৰ হৈ পৰিছে।



## ৰিল্ডিংডন ক্লাবৰ হলঘৰলৈ গাধৰ আগমন, মাননীয় নাগৰিকৰ আগত দিয়া ভাষণৰ বৃত্তান্ত তথা সৌন্দৰ্য প্ৰতিযোগিতাৰ ফলাফল ঘোষণা

মই যেতিয়া হলঘৰত প্ৰবেশ কৰোঁ তেতিয়া হলঘৰ লোকে লোকাৰণ্য হৈ আছিল, কিয়নো চহৰত ইতিমধ্যেই ঘোষণা কৰি দিয়া হৈছিল যে অমুক সময়ত সৌন্দৰ্য প্ৰতিযোগিতাৰ ফলাফল ঘোষণা কৰা হ'ব। সেইবাবে ৰাজ্যমন্ত্ৰী, চহৰৰ নাগৰিক, ৰাষ্ট্ৰদূত, বিদেশী কেমেৰামেন আৰু দেশৰ সংবাদপত্ৰসমূহৰ ফটোগ্ৰাফাৰসকল হলঘৰত উপস্থিত হৈছিল। হলঘৰত সমাজৰ উচ্চস্তৰৰ মহিলাসকল উপস্থিত আছিল। তেওঁলোকৰ মাজত এনে মহিলাও আছিল যি আগৰ বছৰৰ 'ৰাণী'ৰ সন্মান লাভ কৰিছিল। কিন্তু মটৰ গাড়ীৰ মডেলৰ দৰে তেওঁলোক এতিয়া পুৰণি হৈ পৰিছে।

হলঘৰত আৰু এখন ওখ 'ডায়াচ' তৈয়াৰ কৰা হৈছিল। মাজত এখন মেজ, মেজৰ সমুখত দুখন চকী আৰু দুটা মাইক্ৰোফোন।

পোনপ্ৰথমে লেডী গা মা-ই মঞ্চত উঠি দৰ্শকবৃন্দক ধন্যবাদ প্ৰদান কৰিলে আৰু সৌন্দৰ্য প্ৰতিযোগিতাৰ তাৎপৰ্যৰ বিষয়ে উল্লেখ কৰিলে। নথি পত্ৰসমূহ পৰীক্ষা কৰি চোৱাত মোক সহায় কৰা সভাৰ বিচাৰক, সহায়কক ধন্যবাদ জনালে। ইয়াৰ পিছত লেডী গা মা-ই মোক ৰাইজৰ আগত পৰিচয় কৰাই দিলে। মোৰ দৰে এটা সামান্য গাধক কিয় এই গুৰুত্বপূৰ্ণ সৌন্দৰ্য প্ৰতিযোগিতাৰ প্ৰধান বিচাৰক পতা হ'ল তাকো বৰ্ণনা কৰিলে। ৰোমান সাম্ৰাজ্যৰ সুন্দৰীসকলে যে গাধৰ গাখীৰেৰে গা ধুইছিল সেই কথাও ৰাইজৰ আগত উল্লেখ কৰাত বহুতো দৰ্শক বৰ প্ৰভাবিত হ'ল। ইয়াৰ পিছত বহু পৰলৈ হাত চাপৰি বাজি থাকিবলৈ ধৰিলে। ক্ষন্তেক পিছতে মোৰ আসন প্ৰস্তুত কৰি উচ্চ স্বৰত বাজনা বজোৱা হ'ল আৰু সৌন্দৰ্য প্ৰতিযোগিতাত অংশগ্ৰহণকাৰী সুন্দৰীসকলে নতুন বস্ত্ৰ পৰিধান কৰি হলঘৰত প্ৰবেশ কৰিবলৈ ধৰিলে। দৰ্শকসকলে সুন্দৰীসকলৰ এনে মোহনীয় ৰূপ দেখি স্তম্ভিত হ'ল। প্ৰতিযোগিতাত ভাগ লোৱা প্ৰত্যেকেই নিজক আনগৰাকীতকৈ সুন্দৰী বুলি ভাবিছিল আৰু নিজকে নিজে অধিক নম্বৰ দি ক্ৰমাৎ আগবাঢ়িছিল! যিসকল পুৰুষ তাত উপস্থিত আছিল তেওঁলোকে ভাবিছিল যে প্ৰতিযোগিনী যদি তেওঁলোকৰ কাষত এক মিনিট সময়ো বৈ গ'লহেঁতেন তেন্তে কি যে এক মানসিক তৃপ্তি লাভ কৰিব পৰা হ'লহেঁতেন! কিন্তু সুন্দৰীসকলৰ এই 'পেৰেড' বৰ সোনকালে সমাপ্ত হ'ল। সকলোৱে আমাৰ পিছফালৰ মুকলি ঠাইখিনিত আমাৰ বাবে প্ৰতীক্ষা কৰি ৰ'ল।

লেডী গা মা-ই প্ৰতিজনীকে মাইকৰ কাষলৈ মাতি আনি দৰ্শকবৃন্দৰ আগত পৰিচয় কৰাই দিলে। সুন্দৰীহঁতে ধন্যবাদ বাণী শুনোৱাৰ পিছত পুনৰাই নিজ নিজ স্থানত সকলো উপস্থিত হ'ল। ইয়াৰদ্বাৰা দৰ্শকসকলে সুন্দৰীহঁতক ভালকৈ চাবলৈ সুযোগ পালে। অকল দৰ্শকেই নহয়, আনকি ময়ো এই সুযোগ পালোঁ। ক্ষন্তেক পিছতে মই প্ৰতিযোগিতাৰ ফলাফল ঘোষণা কৰিবলৈ সাজু হ'লোঁ। মই মন কৰিলোঁ যে সৌন্দৰ্য প্ৰতি-যোগিতাত যোগদান কৰা সুন্দৰীহঁতে মিচিকি হাঁহি মাৰি প্ৰত্যেককে

ধন্যবাদ জ্ঞাপন কৰিছিল। কিন্তু যেতিয়া মোৰ পিনে চাই ভলমুৰ কৰিছিল তেতিয়া সবাতোকৈ মধুৰতম হাঁহিটো মোৰ পিনে মাৰি মোক আকৰ্ষণ কৰিবলৈ পাৰ্যমানে যত্ন কৰিছিল। সেই হাঁহিত যে কত কৃপা প্ৰাৰ্থনা! সেই দৃষ্টি তথা ওঁঠৰ ইংগিতে যেন এই কথাই কৈছিল—'হে মোৰ প্ৰিয়তম গাধ, যদি তুমি মোক 'সৌন্দৰ্যৰ ৰাণী' উপাধি প্ৰদান কৰা তেন্তে তোমাক মই বিবাহ কৰাবলৈও সাজু আছোঁ।'

ৰূপৱতীৰ মিচিকি হাঁহিটো বৰ বিচিত্ৰ। হাঁহিটোত যেন এক পৰম সন্তোষৰ ভাব বিৰাজ কৰি আছিল—যেন এক মালিকী স্বত্বৰ হাঁহি।

কমলাই অকল মিচিকি হাঁহিৰে নহয় বৰং দেহৰ প্ৰত্যেক অংগ-প্ৰত্যংগৰ চমকনিৰে মোৰ চকুত চমক লগাবলৈ ধৰিলে। এনে এক চমকনি, চকু চাট মৰা হাঁহি সহিবলৈ অতি কঠিন। সেয়ে মই দৃষ্টি নমাই আনিলোঁ। মোৰ ভাব হ'ল— কমলা সঁচাকৈয়ে বৰ বিপদজনক নাৰী। তাইৰ মোহনীয় প্ৰতিটো অংগই যেন মোক ক'বলৈ ধৰিছে—'মোৰপৰা জানো ৰেহাই পাব পাৰিবা? মই সংসাৰৰ সবাতোকৈ সুন্দৰী নাৰী। তুমি মোৰ দেহৰ চিকমিকনিত আকৰ্ষিত হৈ 'সৌন্দৰ্যৰ ৰাণী' উপাধি দিবই লাগিব।'

অৱশেষত লেডী গা মা-ই যেতিয়া ঘোষণা কৰিলে যে এইবাৰ শ্ৰীমান গাধই 'সৌন্দৰ্যৰ ৰাণী'ৰ ফলাফল ঘোষণা কৰিব তেতিয়া সমগ্ৰ হলঘৰ হাত চাপৰিৰে মুখৰ হৈ পৰিল।

মই মাইক্ৰোফোনটো নিলগত থৈ ক'বলৈ ধৰিলোঁ—

: উপস্থিত মহিলা আৰু ভদ্ৰমণ্ডলী!

ইয়াত উপস্থিত হোৱা বহু সংখ্যক মহিলাই এই সৌন্দৰ্য প্ৰতি-যোগিতাত যিদৰে অংশগ্ৰহণ কৰাটো জৰুৰী বুলি নাভাবে—(কিয়নো তেওঁলোকৰ সৌন্দৰ্যৰ খ্যাতি প্ৰমাণসিদ্ধ) ঠিক সেইদৰে ময়ো নিজৰ বাবে মাইক্ৰোফোনৰ ব্যৱহাৰ কৰাটো জৰুৰী বুলি নাভাবোঁ, মোৰ কণ্ঠস্বৰৰ তীব্ৰতা প্ৰমাণসিদ্ধ। (হাততালিৰ শব্দ) মোৰ ধাৰণা—

কোনো গাধই মাইক্রোফোন প্রয়োগ কৰাৰ আশা কৰা অনুচিত। কাৰণ বহু ডাঙৰ ডাঙৰ গাধই মাইক্রোফোনৰ অসৎ ব্যৱহাৰ কৰা মই দেখিছোঁ।

(কমকৈ হাততালিৰ শব্দ)

হে মহিলা তথা ভদ্ৰমণ্ডলী!

ভাৰতৰ প্ৰতিগৰাকী সুন্দৰীয়ে সৌন্দর্য প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰাৰ বাবে মই অতিশয় আনন্দিত হৈছোঁ। কিন্তু তাৰ বিপৰীতে যিসকলে এই প্ৰতিযোগিতাত ভাগ ল'বলৈ সক্ষম নহ'ল সেইসকল সুন্দৰীৰ বাবে মই দুখবোধ কৰিছোঁ।

মই এটা সাধাৰণ গাধ। সেইবাবে মোৰ স্পষ্ট উক্তিত আপোনালোকে মোক ক্ষমা কৰিব। মই আজি মুকলিকৈ কওঁ যে সেইগৰাকী তিৰোতাৰ প্ৰতি মনোকষ্ট অনুভব কৰিছোঁ যিগৰাকী টেক্সটাইল মিলৰ কৰ্মী আৰু দুটি সন্তানৰ মাতৃ হোৱা স্বত্ত্বেও তেওঁ ইমান সুন্দৰ যে তেওঁ যদি এই প্ৰতিযোগিতাত অংশগ্ৰহণ কৰিলেহেঁতেন তেন্তে আপোনালোক সঁচাকৈ হতাশ হৈ পৰিলহেঁতেন।

কিন্তু দুৰ্ভাগ্যবশতঃ এই প্ৰতিযোগিতাত তেওঁ অংশ ল'ব নোৱাৰিলে, কাৰণ তেওঁ দুটি সন্তানৰ জননী। তেওঁৰ হাতত সময় নাই; আনহাতে অৰ্থৰো অভাৱ। তেওঁৰ এই মহান সৌন্দর্য প্ৰতিযোগিতাৰ প্ৰবেশ পত্ৰৰ মাত্ৰ পঁচিছ টকাও নাই। যদি কিবা প্ৰকাৰে টকা যোগাৰ কৰি প্ৰতিযোগিতাৰ 'ৰাণী' বুলি মনোনীত হ'লহেঁতেন তেন্তে এই প্ৰশ্নও উত্থাপিত হ'লহেঁতেন যে লচ এঞ্জেলচৰ আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাত অংশগ্ৰহণ কৰা সম্পৰ্কত—তেওঁৰ সন্তান দুটিৰ ভ্ৰমণত কোনে সহায় কৰিব আৰু যদিওবা সিহঁতক এৰি যায় তেন্তে ক'ৰপৰা খাদ্য যোগাৰ কৰিব?

মই এজন স্বৰ্গগত ধোবাৰ গাধ। মোৰ গৰাকিনীৰ দুটি সৰু সৰু সন্তান আছে। তেওঁ আজি পৰ্যন্ত ইমান ৰূপহী হৈ আছে যে যদি ভুলবশতঃ ইয়ালৈ আহে তেতিয়া সকলো দৰ্শকে আদৰণি জনায়

আৰু তেওঁক 'ভাৰতৰ ৰাণী' উপাধি প্ৰদান কৰিব। কিন্তু দুখৰ বিষয় এয়ে যে তেওঁ এই প্ৰতিযোগিতাত ভাগ লোৱা নাই। এই সময়ত তেওঁ কাপোৰ ধোৱা কামত ব্যস্ত আৰু এনে লোকৰ কাপোৰ ধুইছে যিসকল এই প্ৰতিযোগিতাৰ অংশগ্ৰহণকাৰী। (মই কেৰাহিকৈ ৰূপৱতীৰ পিনে চালোঁ। তাই ওঁঠ কামুৰি আছিল। মোৰ উদ্দেশ্য এই সৌন্দৰ্যক হেয়জ্ঞান কৰা নহয়। মোক ক্ষমা কৰিব বাইজ্, এয়া হ'ল 'চিভিল লাইন' আৰু 'মালৰোডৰ' সৌন্দৰ্য। এয়া এক বিশিষ্ট খ্যাতিপূৰ্ণ ঘৰৰ সুখ-বৈভৱৰ কোলাত লালিত হোৱা সৌন্দৰ্য। এই সৌন্দৰ্যই কেতিয়াও কোনোদিনে উপবাস খটা নাই, কেতিয়াও কোনো যন্ত্ৰণাৰ স'তে পৰিচিত হোৱা নাই আৰু কোনোদিনে বাটত শোৱা নাই। এয়া মুকলি বতাহৰ সৌন্দৰ্য নহয়, এয়া হ'ল এডাল সুন্দৰ গচাত জ্বলি উঠা মমবাতিৰ সৌন্দৰ্য।

এয়াই নেকি ভাৰতৰ সৌন্দৰ্য? বিপৰীতে সৌৱা যমুনা ঘাটত যি কাপোৰ ধোৱাত ব্যস্ত, খেতি পথাৰত গীত গাই শস্যৰ লালন-পালনত ব্যস্ত, কুঁহিয়াৰ চেপি ৰস উলিওৱা, জলকীয়াৰ বাগিছাত সেউজীয়া শাক-পাচলি তোলাৰ সেই অপৰূপ সৌন্দৰ্য বাৰু ক'ত? মানুহৰ প্ৰেম আৰু পৰিশ্ৰমৰপৰা সৃষ্ট সেই সৌন্দৰ্যৰ মূল্যক স্বীকৃতি নিদিয়াকৈ, সেই স্বৰ্গীয় সৌন্দৰ্যক নিৰূপণ নকৰাকৈ জানো সৌন্দৰ্য প্ৰতিযোগিতা সম্পূৰ্ণ হ'ব?

আকৌ বিচাৰ কৰি চাওক—বিভিন্ন স্থানত সৌন্দৰ্যৰ ৰুচিৰ বিচিত্ৰতাও বিভিন্ন। বংগত দীঘল চুলিৰ, হলিউডত বব কটা চুলিৰ, ফ্ৰান্সত কোমল নিতম্বৰ আৰু ভাৰতত শকত নিতম্বৰ সুন্দৰতা প্ৰতীয়মান. কাশ্মীৰত শুভ্ৰ ৰঙৰ, টাঙ্গানিয়াত ৰাতিৰ দৰে কৃষ্ণবৰ্ণ। কোনোবাই পাতল ওঁঠ পচন্দ কৰে, কোনোৱে আকৌ শকত। সেইদৰে কোনোবাই দীঘল ডিঙি আৰু কোনোবাই চুটি ডিঙি পচন্দ কৰে। বাদামী চকু কাৰোবাৰ প্ৰিয়, কাৰোবাৰ আকৌ নীলা চকু। পিছে মূল কথা হ'ল—সৰ্বজন গ্ৰহণযোগ্য সৌন্দৰ্যৰ আৰ্হি বাৰু কেনে? যেতিয়ালৈকে এই

গুৰুত্বপূর্ণ প্রশ্নটোৰ সমাধান নহ'ব মই তেতিয়ালৈ প্রতিযোগিতাৰ ফলাফল ঘোষণা কৰিব নোৱাৰোঁ।

প্রতিজন পুৰুষৰ জীৱনলৈ এনে এগৰাকী লগৰী আহে যাৰ ৰূপ যেনেকুৱাই নহওক সেইজন পুৰুষৰ মন আৰু আত্মাৰ মাজত সেই সৌন্দৰ্যৰ কমনীয়তা সৰগৰ অপেস্বৰীতকৈও ৰমণীয়। এনে এজন ব্যক্তি মই যমুনাপাৰৰ কৃষ্ণনগৰ ঘাটত দেখিছোঁ। ধন্নু নামৰ সেই ধুবীজন এটি ভগা জুপুৰীত বাস কৰে আৰু আমাৰ প্রতিবেশী। তেওঁৰ পত্নীৰ ৰূপ তেনেই সাধাৰণ। গাৰ ৰং প্রায় কৃষ্ণবর্ণ, চকু-মুখো তেনেই সাধাৰণ। তেওঁৰ চালচলনতো কোনো ধৰণৰ বিশেষত্ব নাছিল। তেওঁৰ চালচলন আছিল নিতান্তই সাধাৰণ। কিন্তু তেওঁৰ এক অসাধাৰণ গুণ মই দেখা পাইছিলোঁ। সন্ধিয়া যেতিয়া ধন্নু ধুবীয়ে ঘাটৰপৰা দুখে-ভাগৰে পিঠিত কাপোৰৰ বোজা লৈ ঘৰ পায়গৈ তেতিয়া ধন্নুৰ পত্নীয়ে এনে এটি অপৰূপ মৰমিয়াল হাঁহিৰে তেওঁক মাত লগায় যে ধন্নুই দিনটোৰ সমগ্ৰ দুখ-ভাগৰ পাহৰি যায়। দুখৰ কথা এয়ে যে সেই সুন্দৰ আৰু অপৰূপ হাঁহিটো আপোনালোকক মই ইয়াত দেখুৱাব নোৱাৰিলোঁ। সেই অপৰূপ হাঁহিৰ জোখ-মাখ ল'ব পৰা নাযায়। ফটোও ল'ব নোৱাৰি। আনকি গ্রাফ তৈয়াৰ কৰি জ্যামিতিৰ ৰূপৰেখাত মিলাবও পৰা নাযায়। সেই হাঁহিৰ কোনো দাঁত নাই, কোনো ওঁঠ নাই, কোনো আকাৰ নাই। সেই হাঁহিৰ সম্পর্ক ধন্নুৰ পত্নীৰ অন্তঃস্থলৰ ব্যক্তিত্বৰ স'তে— শৰীৰ তথা আত্মাৰ সম্পূর্ণ জীৱন কালৰে। আকৌ সেই হাঁহিৰ সম্পর্ক নিজৰ পতিৰ ক্ষেত্ৰতেহে প্রযোজ্য। নিজৰ পতিক দেখিহে তেওঁ তেনেদৰে হাঁহিব পাৰিছে। এই মধুৰ হাঁহিৰ সম্পর্ক দুখন হৃদয়ৰ অফুৰন্ত প্রেমৰ বাবেও প্রতিভাত। মহান সৌন্দৰ্য-ময়ী প্রেমৰ ক্রিয়া-প্রতিক্রিয়াৰ ফলত এই হাঁহিৰ উৎপত্তি হয়। মোৰ সন্দেহ হয়— সেইজনী নাৰীয়ে জানো এইদৰে অচিনাকী পুৰুষৰ আগত হাঁহিব পাৰিব?

আপোনালোকে যদিহে তেওঁক 'ভাৰতৰ ৰাণী' মনোনীত কৰি

লচ এঞ্জেলচৰ কোনোবা ভব্য ভৱনলৈ পঠিয়ায় তথাপি মোৰ ভাব হয় যে তেওঁ কেতিয়াও এনেদৰে হঁাহিব নোৱাৰে, কাৰণ তাত তেওঁৰ পতি উপস্থিত নাথাকিব।

আকৌ কেনেদৰেনো আমি সৌন্দৰ্যৰ মূল্যায়ন কৰা উচিত? মই ভাবোঁ যে সৌন্দৰ্যৰ বিচাৰ কৰা আপোনালোকৰ এই পদ্ধতি ভুল। এজনী নাৰীৰ সৌন্দৰ্য স্বকীয় ব্যৱহাৰৰ দ্বাৰা উন্মেষ হয়। সেই ব্যৱহাৰ অকল নিজৰ স'তেই নহয় বৰং ঘৰ-সংসাৰ, সতি-সন্ততি, কাৰখানা, খেতিপথাৰ ইত্যাদি সকলোতে জড়িত। নাৰীৰ সৌন্দৰ্য কোনো শূন্যত থ'ব পৰা সম্পদ নহয় যে আমি তাক নাৰীৰ বাতাবৰণৰপৰা নিলগাই থ'ম, এটি গা-ধোৱা পুখুৰীৰ কাষত থিয় কৰাম অথবা জোখ-মাখ আৰম্ভ কৰিম। সৌন্দৰ্য আলাসতে পৰীক্ষা কৰিব পৰা নাযায়। সৌন্দৰ্য কোনো মিত্র দেশৰ দৰে মচলা লগাই সমৰ্থন কৰিব পৰা 'মমী' নহয়। এয়াতো এক জীৱনক্ৰম।

এয়া কিমান যে চমৎকাৰ আৰু মহত্বপূৰ্ণ কথা হ'ব— যদি মানুহে ৰোমিও-জুলিয়েটৰ প্ৰেমৰ সৌন্দৰ্যক ফিটাৰে জোখা কাৰ্য আৰম্ভ কৰে, যদি হেলেনৰ সৌন্দৰ্যক কোনোবা ওজন জোখা যন্ত্ৰত তোলা হয়, যদি সীতাৰ অমৰ তথা শাশ্বত সুন্দৰতাৰ তুলনা কোনোবা শিলত কটা মূৰ্তিৰ স'তে ৰিজনি কৰে!

মইতো আশ্চৰ্যবোধ কৰিছোঁ আপোনালোকে এই সৌন্দৰ্য প্ৰতি-যোগিতাৰ কাণহে দেখা পাইছে, কাৰণ এই অমৰ স্বৰ আপোনালোকে শুনা নাই যি স্বৰ কাণৰ অন্তঃস্থললৈ প্ৰবেশ কৰে। আপোনালোকে চকু দেখা পায়, কিন্তু চকুৰ লজ্জা দেখা নাপায়; বুকুৰ স্ফীত স্তন দেখা পায়, কিন্তু অন্তঃস্থলত লুকাই থকা মাতৃৰ গভীৰ মমতাৰ পোহৰ দেখা নাপায়।

সেইবাবে মই বাৰু এই সৌন্দৰ্য প্ৰতিযোগিতাৰ কি ৰায় দিম? মই মাথো এয়াই ক'ব খোজোঁ যে প্ৰকৃত সৌন্দৰ্য কোনো প্ৰখ্যাত বিজ্ঞাপন ক্ৰীতদাস মণ্ডপত বিক্ৰি কৰা নহয়— য'ত উৰু কলাফুল জোখা হয়, বুকুৰ পৰিধি জোখা হয়, কঁকালৰ মাংসপেশী পৰীক্ষা হয়—

সাঁতোৰা পুখুৰীৰ কাষে কাষে বাদকৰ মিঠা মিঠা সুৰৰ সঁতে আচল দন্তমঞ্জন বিক্ৰেতা আৰু নকল দন্তমঞ্জন বিক্ৰেতাসকলে, নখ কটা আৰু নখ গঢ় দিয়া বেপাৰীসকলে, চাবোন আৰু তেল বেচা বিক্ৰেতা-সকলে নিজ নিজ দ্ৰব্য তথা প্ৰসাধনৰ বিজ্ঞাপন সজোৰে ঘোষণা কৰে। সেইবাবে মই আপোনালোকক কওঁ যে এই সৌন্দৰ্য প্ৰতি-যোগিতা সম্পূৰ্ণ চল-চাতুৰী, টাঙ্গিবাজি, জোবা-তাপলি, ভণ্ডামিৰ বাদে আন একো নহয়। এয়ে মোৰ স্পষ্ট মন্তব্য।

মোৰ ভাষণ সমাপ্ত হোৱাৰ পিছত কিছুপৰলৈ হলঘৰত নীৰৱতা বিৰাজ কৰিলে। এনে এক নীৰৱতা দেখি মোৰ মন গ'ল মই যেন চিঞৰি এই নীৰৱতা ভংগ কৰিম।

কিন্তু কিছু সময়ৰ পিছত দৰ্শকৰ মাজত হাই-উৰুমি আৰম্ভ হ'ল। মোৰ পিছফালে সৌন্দৰ্য প্ৰতিযোগিতাত অংশগ্ৰহণকাৰী কেইজনীমান সুন্দৰী মূৰ্চা গ'ল। অলপ পৰৰ পিছত হলঘৰৰ প্ৰতিজন গণ্যমান্য ব্যক্তিয়ে জোৰকৈ চিঞৰি উঠিল—

চালা কুত্তা

দগাবাজ গাধ ক'ৰবাৰ

ইয়াক বাহিৰ উলিয়াই দে— জোতা মাৰি উলিয়াই দে— ক'ৰ-পৰা এই গাধটো ধৰি আনিলে?

হাৰামজাদা! অকৰ্মণ্য। চালা অসভ্য জানোৱাৰ!

পিছ মুহূৰ্ততে 'গাধ মুৰ্দাবাদ' শ্লোগান আৰম্ভ হ'ল। কিছুমানে চিঞৰি চিঞৰি খেদি আহিল। সিহঁতৰ উদ্দেশ্য সভাপতিক টাঙোনেৰে সৎকাৰ কৰা যাওক। কিন্তু সিহঁতৰ আশা পূৰণ নহ'ল। মই ক্ৰমাৎ দৌৰি দৌৰি ভৰিৰে এনেদৰে লথিয়াবলৈ ধৰিলোঁ যে সেই বীৰ পুৰুষসকলৰ অৱস্থা তেনেই কাহিল হৈ পৰিল। মোক বিদ্ৰোহী যেন দেখি সকলো জঁপি উঠিল। মাইক্ৰোফোন ছিটিকি পৰিল। লেডী গা মা মূৰ্চা গ'ল। যুৱতীবোৰে চিঞৰ আৰম্ভ কৰিলে। এনে অৱস্থাত মই সেই ঠাইৰপৰা সোনকালে ঢাপলি মেলাই উচিত হ'ব

বুলি ভাবিলোঁ। সেইবাবে মই মঞ্চৰপৰা মোৰ বিশেষ কণ্ঠস্বৰ উলিয়াই তললৈ নামি আহিলোঁ। ক্ৰমাৎ দৌৰি দৌৰি ক্লাবৰ বাহিৰলৈ ওলাই গ'লোঁ। বহুতে খণ্ডৰ ভমকত মোৰ পিছ ল'লে, কিন্তু সেই সময়ত মোৰ জীৱন আৰু মৃত্যুৰ প্ৰশ্ন জড়িত আছিল। সেইবাবে ময়ো চকু মুদি হুৰমুৰকৈ দৌৰিবলৈ ধৰিলোঁ। মোৰ ভাবেই নহ'ল—মই কোন পথেৰে দৌৰিবলৈ ধৰিছোঁ, কোনফালে ঘূৰিছোঁ, ক'ত গৈ সোমাইছোঁ। মোৰ তেতিয়াহে জ্ঞান আহিল যেতিয়া মই এখন মেজত গৈ খুন্দা মাৰি দিলোঁগৈ আৰু বহু সংখ্যক কাপ-প্লেট থনথনকৈ মাটিত বাগৰি পৰিল—লগতে বহু সংখ্যক লোকে হতাশ হৈ নিজ নিজ চকীত থিয় হৈ বাহু জোকাৰি জোকাৰি চিঞৰিবলৈ ধৰিলে।

ইয়ালৈ ক'ৰপৰা আৰু, গাধ আহিল? ইয়াক বাহিৰ উলিয়াই দে।

এইবাৰ মই ভালদৰে চাই দেখিলোঁ যে মই ৱিলিংডন ক্লাবৰপৰা যথেষ্ট দূৰৈত—ইণ্ডিয়া গেটতকৈও ভালেখিনি আগত, জিমখানা হাউচৰ ভিতৰত প্ৰবেশ কৰিছোঁ। এই জিমখানা হাউচৰ মুকলি বাগিছাত এটি ডাঙৰ পাৰ্টিৰ সমাগম হৈছিল আৰু মই তাত প্ৰবেশ কৰি সকলো চুৰমাৰ কৰি দিলোঁ।



## ৱিলিংডন ক্লাবৰপৰা গাধৰ পলায়ন, সাহিত্য একাডেমিত প্ৰবেশ তথা দেশৰ সুপ্ৰসিদ্ধ লেখকসকলৰ সৈতে সাক্ষাৎ

মই তাতেই বহু সময় থিয় দি ভাবি আছিলোঁ যে এতিয়া

বাৰু ক'লৈ যাওঁ ? এনেতে দেখিলোঁ—এজন সাহিত্যিকৰ দৰে ব্যক্তি, মূৰৰপৰা কান্ধলৈ বৈ পৰা চুলি আৰু গাৰ গঠন তেওঁৰ সুবেশী আৰু ডাঢ়িখিনি প্ৰায় শুভ্ৰ। হাতত এডোখৰ ইটা লৈ তেওঁ মোক মাৰিবলৈ খেদি আহিছে। প্ৰথমে তেওঁ মোৰপৰা কিছু নিলগত থাকিয়ে ইটা-টুকুৰা লৈ মোক উদ্দেশ্য কৰি ক'লে—অহিংসাৰ ওপৰত মোৰ আস্থা আছে, নহ'লে ইমান পৰলৈ ইটাটুকুৰা তোৰ গালৈ দলিয়াই দিলোঁ-হেঁতেন। ইয়াৰপৰা এতিয়াই ওলাই যা, নহ'লে তোৰ অৱস্থা বেয়া হ'ব।

মই ক'লোঁ—মোৰ পিছে পিছে বহু কেইজন লোকে হাতত টাঙোন লৈ মোক মাৰিবলৈ খেদি আহিছে, সেইবাবে মই উভতি যাব নোৱাৰোঁ। তুমি মোৰ প্ৰতি হিংসাৰ আচৰণ কৰা বা অহিংসাৰ আচৰণেই কৰা মই একেবাৰে নিৰুপায়।

মই কথা কোৱা দেখি সেই ব্যক্তিজনৰ হাতৰপৰা ইটাটুকুৰা মাটিত সৰি পৰিল। চকু দুটা ডাঙৰকৈ মেল খালে আৰু ডাঢ়ি-কোচা কঁপিবলৈ ধৰিলে। কিছুসময়ৰ পিছত সেই ব্যক্তিজনে নিজকে বৰ কষ্টৰে সংযত কৰি সুধিলে—তুমি বাৰু কোন ?

মই উত্তৰ দিলোঁ— বনাকৰ গাধা কা হুম ভেছ 'গালিব' তমাশা এ-অহলে কৰম দেখতে হ্যায়

মোৰ কথা শুনি সেই ব্যক্তিজন তৎক্ষণাত সলনি হৈ গ'ল। নিজৰ মেজৰ কাষলৈ গৈ লগৰ লেখকসকলক ক'বলৈ ধৰিলে— বন্ধু-সকল, বৰ সু-খবৰ।

কি কথানো বুলি বহুকেইজনে লেখকক একেলগে সুধিলে।

: গালিব খুড়াই গাধৰ ভেশত আমাক লগ ধৰিবলৈ আহিছে।

: মিছা কথা।

: মিছা নহয় বন্ধুসকল। মই নিজ চকুৰে দেখিছোঁ। নিজ কাণেৰে তেওঁৰ কবিতা শুনি আহিছোঁ। তেওঁ আমাৰ সমুখতে বৈ আছে। —সেইজনা ব্যক্তিয়ে এইবুলি কৈ মোক হাতেৰে সংকেত দিলে।

এনেতে চাপ্ৰাচী, সাহিত্য একাডেমিৰ সচিব আৰু ভেখেজৰ সহকাৰী শ্ৰী ভি. ভি. গুড়চেই হাতত টাঙোন লৈ মোক তাৰপৰা খেদি দিবলৈ আহিল। কিন্তু প্ৰথমজন ভদ্ৰলোকে ইংগিতেৰে বাধা দি মোৰ বাবে এখন বিশেষ আৰামী চকী চাপ্ৰাচীক আনিবলৈ আদেশ দিলে।

ইয়াৰ পিছত মোক বৰ আদৰেৰে সেই লেখকসকলৰ মাজত বহিবলৈ দিয়া হ'ল। বহু লোক ঘূৰি যাবলৈ ওলোৱাত মোৰ মনে মানি ল'বলৈ টান পালে। সেয়ে মই কৈ উঠিলোঁ—প্ৰিয় সুধীমণ্ডলী! আপোনালোকে এনেকৈ ঘূৰি ফুৰা গাধ আগতে দেখা নাই নেকি?

এজন লেখকে সুধিলে— প্ৰথমে আমাক এই কথা কওকচোন, আপোনাৰ এই দশা কেনেকৈ হ'ল?

মই উত্তৰ দিলোঁ— মই মোৰ এই পাৰ্থিব দেহাটোৰ প্ৰকৃত ৰূপ আনৰপৰা গোপনে ৰখা উচিত।

: আপুনি ইয়ালৈ বাৰু কিয় আহিবলগীয়া হ'ল? আপুনি য'ত আছিল তাৰপৰা নিশ্চয় বৰ কষ্টৰেহে আহিবলগীয়া হ'ল, নহয় জানো?

: এৰা, আপোনাৰ কথাই সত্য। মই ইয়ালৈ বৰ কষ্টেৰে আহিবলগীয়া হৈছে। এতিয়াও সেইসকলৰ চিঞৰ-বাখৰে মোৰ অন্তৰত আঘাত কৰি আছে। সেইসকলে মোক মোৰ পিছে পিছে অনুসৰণ কৰি থকা যেন লাগিছে।

: শুনক মহাশয়, আপোনাৰ শ্বায়েৰ যিয়ে এবাৰ শুনিব তেৱেঁই আপোনাৰ পিছে পিছে লৰি আহিব। ইয়াত কোনো সন্দেহ নাই। —এজন ক্ষীণ দেহৰ লেখকে দুৰ্বল কণ্ঠৰে ক'লে।

: শ্বায়েৰ? —লগে লগে সেইজনা ভদ্ৰলোকে মোৰ কাণৰ ওচৰত ফুচফুচাই কলে—মই এওঁলোকক কৈ দিছোঁ, আপুনি কোন। গাধৰ ভেশত প্ৰখ্যাত গালিব।

: গালিব! লাহোল বিলাকুৱৰত! —মই খঙেৰে তেওঁলৈ চাই ক'লোঁ—হেৰি মহোদয়! মইতো তেনেই এটা সাধাৰণ গাধ মাত্ৰ,

অকণমান পঢ়া-শুনাৰ জ্ঞান পাইছোঁ। ক'ত মই আৰু ক'ত সেই প্ৰখ্যাত মহাকবি গালিব।

: ভাল বাৰু,—একাডেমিৰ সচিবে ক'লে—তেন্তে আপুনিয়ে সেই কথা ক'ব পৰা গাধ, যাৰ ফটো বাতৰি কাকতত প্ৰকাশ পাইছিল।

: এৰা, কথা ক'ব পৰা গাধতো সংসাৰত বহুতো পোৱা যায়, ছবিও ছপা হয়। মই শিৰ দোৱাই ক'লোঁ—অনুগ্ৰহ কৰি মোক কওক-চোন, মই বাৰু কোনখন সভাত বিনা নিমন্ত্ৰণে—উপস্থিত হৈছোঁ?

সচিবে ক'লে— এয়া সাহিত্য একাডেমি, কলাকেন্দ্ৰ আৰু সংগীত নাট্য কেন্দ্ৰৰ মিলিত সভা। আপুনি ইয়াত সমগ্ৰ ভাৰতৰ প্ৰখ্যাত প্ৰখ্যাত লেখক, কলাকাৰ, সংগীতজ্ঞ আৰু নাট্যকাৰক পাব। আহক-চোন, প্ৰথমে চা-চিনাকী হোৱা যাওক। এখেত হ'ল শ্ৰীগণেন্দ্ৰনাথ নাগপাল। হিন্দী সাহিত্যৰ সবাতোকৈ প্ৰখ্যাত ঔপন্যাসিক। এখেতে এতিয়ালৈ দহখন উপন্যাস লিখিছে। এখেতৰ উপন্যাসৰ প্ৰধান বৈশিষ্ট্য এয়ে যে তেখেতৰ যি বক্তব্য এখন উপন্যাসত প্ৰকাশ পাইছে তাক আকৌ পিছৰ উপন্যাসখনত খণ্ডন কৰিছে। এখেতৰ সমগ্ৰ সাহিত্যিক জীৱন নিজৰ বক্তব্য নিজেই খণ্ডন কৰোঁতেই অতিবাহিত হৈছে। সেই-বাবেই হিন্দী সাহিত্যত এখেতৰ উচ্চতম স্থান। এখেত আমাৰ কাৰ্য নিৰ্বাহক সমিতিৰ সদস্য। এইবাৰ এখেতৰ স'তে চিনাকী হওক। এওঁ হ'ল কোটৱালা, টুপীৱালা, ডাঢ়িৱালা অববু অদীপ। এখেতৰ বিশেষত্ব এয়ে যে যোৱা পোন্ধৰ বছৰ ধৰি উৰ্দু সাহিত্যৰ এখনো কিতাপ এখেতে পঢ়া নাই। এয়োঁ আমাৰ সদস্য। এইগৰাকী হ'ল শ্ৰীসুন্দৰ সিংহ। এওঁ কোনো লেখক, কবি, সমালোচক আৰু পণ্ডিত নহয়; কিন্তু বৰ উচ্চ শ্ৰেণীৰ ধৰ্ম উপদেশক। এওঁ আমাৰ সদস্য। এই-গৰাকী শ্ৰী ভি. ডি. গুড়চ। গুজৰাটী লেখক হ'লেও অন্যান্য ভাষাতো এওঁৰ জ্ঞান অসীম আৰু অন্যান্য লেখকসকলৰ সৈতেও গভীৰ সম্পৰ্ক। এওঁ হ'ল আব্দুল শিকুৰ অধ্যাপক। যদিও এওঁ বিদ্বান নহয় তথাপিতো যোৱা পোন্ধৰ বছৰ ধৰি উৰ্দু ভাষাৰ ওপৰত গবেষণা চলাই আছে

আৰু উৰ্দ্দুৰ প্ৰথম অক্ষৰ 'আলিফ'ৰ পৰিবৰ্তে কিদৰে 'য়ে'ৰে আৰম্ভ কৰিব পাৰি তাৰে চেষ্টা চলাই আছে।

: কিয় বাৰু? —মই সুধিলোঁ।

: মোৰ ভাব হয়— উৰ্দ্দুৰ শিক্ষা প্ৰণালী অনুসৰি ছয় মাহতে যদি আপুনি এটি শিশুৰ শিক্ষাৰ অন্ত পেলায় তেন্তে পিছৰ ছয় বছৰত সি বহুতো জ্ঞান আহৰণ কৰিব পাৰিব। —আব্দুল শিকুৰে এইদৰে উত্তৰ দিলে।

: ইয়াৰপৰা কি লাভ হ'বনো?

: ইয়াৰ ফলত এজন শিশুৰ জ্ঞান-বুদ্ধিৰ বুনিয়াদ পুষ্ট হৈ উঠিব। দ্বিতীয়তে, ভাষা কঠিনৰপৰা কঠিনতম হ'ব।

: শুদ্ধ জ্ঞান কঠিন ভাষাৰপৰাহে পোৱা যাব। —আব্দুল শিকুৰে ক'লে—আমাৰ ইয়াত সহজ ভাষাৰে লিখিব পৰা সাহিত্যিক প্ৰবেশেই নকৰে। আমি আমাৰ সাহিত্য একাডেমিত এই নিয়ম বান্ধি দিছোঁ যে পোন্ধৰ-কুৰি বছৰে সহজ ভাষাৰে লিখা কোনো সাহিত্যিকেই যেন ইয়াত প্ৰবেশ কৰিব নোৱাৰে। আমাৰ ইয়াত একাডেমি ফ্ৰান্সৰ উজ্জ্বল উদাহৰণ। সেই একাডেমিত ৰুচো আৰু ভল্টেয়াৰৰ দৰে মহান সাহিত্যিকৰ স্থান নাছিল।

: আপোনালোকে এনে কথাত গৌৰব কৰাৰ সলনি লাজ পোৱা উচিত। —মই উত্তৰ দিলোঁ।

: এয়া নিজস্ব বিচাৰ। —শ্ৰীগণেন্দ্ৰনাথ নাগপালে এটা ৰসগোল্লাৰ পিনে চাই অভ্যাসবশতঃ কৈ উঠিল—ভাল বাৰু, এইবাৰ কথা সদ্যহতে বাদ দিয়ক।

মই কথাৰ মোৰ সলাই ক'লোঁ— মোৰ ল'ৰালি কালৰপৰাই লিখা-পঢ়াৰ প্ৰতি ধাউতি আছে। মই বাৰু একাডেমিৰ সদস্য হ'ব পাৰিমনে?

: সেয়াই হ'ল আছুকাল। —শ্ৰীগুড়চে মূৰ জোকাৰি অসম্মতি প্ৰকাশ কৰিলে।

: কিয়?

: প্ৰধান কথা, আপোনাৰ লিখা-পঢ়াৰ প্ৰতি ধাউতি আছে। —শ্ৰীগুড়চে বুজাই ক'লে— আচলতে আমাৰ ইয়াত সদস্য হোৱাৰ বাবে বৰ কঠিন সমস্যাৰ সম্মুখীন হ'বলগীয়া হয়। প্ৰথম কথা আমি পঞ্চাছ বছৰৰ তলৰ লেখকক আমাৰ সভ্য নকৰোঁ, কাৰণ সেই সময়লৈ তেওঁক বাস্তৱিকতে জ্ঞান তথা সাহিত্য কৰ্মৰ অধিকাৰী বুলি ক'ব নোৱাৰি। আপুনি আমাৰ একাডেমিৰ সভ্যবৃন্দলৈ লক্ষ্য কৰক। এওঁলোক যথেষ্ট বৃদ্ধ আৰু বহু বছৰ ধৰি এখন কিতাপ-পত্ৰও পঢ়া নাই বা পঢ়াৰ আগ্ৰহো এওঁলোকৰ নাই। কিতাপ-পত্ৰতকৈ আমাৰ কাৰ্যকমিটিৰ মাজত ৰোগৰ ওপৰত অধিক চৰ্চা হয়। কাৰোবাৰ যদি হৃদৰোগ, কাৰোবাৰ হাঁপানী, কাৰোবাৰ যদি চকুৰ অসুখ, কাৰোবাৰ আকৌ বহুমূত্ৰ ৰোগ। এইক্ষেত্ৰত অৱশ্যে আপুনি যদি কিবা ভয়ানক ৰোগত আক্ৰান্ত তেন্তে মই আপোনাক সভ্য কৰাৰ ওপৰত বিচাৰ কৰি চাব পাৰোঁ।

: মোৰ স্বাস্থ্য সম্পূৰ্ণ সুস্থ আৰু পঞ্চাছ বছৰৰপৰা বহু নিলগত আছোঁ। —মই উত্তৰ দিলোঁ।

: তেন্তে সাহিত্য একোডেমিৰ সভ্য হোৱাৰপৰাও নিলগতে থাকক। —শ্ৰীগুড়চে হাঁহি মাৰি ক'লে—ইয়াতকৈ অতিৰিক্ত গুণ আমি এয়ে পছন্দ কৰোঁ যে যদি সভ্যজনে লিখা-পঢ়াৰ বাদে ভাবনা-চিন্তাৰ ওপৰত অধিক বিচাৰ কৰে তেন্তে সেয়া আমাৰ বাবে গ্ৰহণীয় হ'ব। প্ৰকৃততে নিপুণ বিচাৰক সৃষ্টি কৰাৰ বাবেহে যত্ন কৰা হয়। আমাৰ ইয়াত এনে ধৰণৰ লোক পাব যিয়ে যোৱা পাঁচ বছৰ আনকি পোন্ধৰ ধৰি কোনো এখন পুথিৰ লগত সম্পৰ্ক ৰখা নাই, লিখাও নাই। কিন্তু তেওঁই আমাৰ একাডেমিৰ প্ৰধান সদস্য। কিয় ? এজন লেখক হোৱাৰ পৰিবৰ্তে নিজৰ জীৱনৰ সমগ্ৰ চিন্তা-ভাবনা আৰু বিচাৰ কাৰ্যত দিন অতিবাহিত কৰাৰ বাবেহে।

: কি কথা কৈছে বাৰু ? —মোৰ মুখৰপৰা আপোনা-আপুনি ওলাল ?

: আকৌ আমাৰ ইয়াত সেই নতুন নতুন আন্দোলনৰ বিষয়েও

আলোচনা কৰা নহয় যি যোৱা ত্ৰিছ বছৰে ভাৰতৰ বিভিন্ন সাহিত্যত প্ৰবেশ কৰিছে। আৰু আমাৰ সাহিত্যত তাৰ প্ৰভাবো পৰিছে।

: আপুনি কিহৰ কথা উল্লেখ কৰিছে বাৰু ?

: মই মানৱতাবাদী, জনতন্ত্ৰবাদী, সাম্যবাদী তথা প্ৰগতিবাদী লেখকৰ বিভিন্ন সংঘ আৰু তেওঁলোকৰ সাহিত্যলৈও আঙুলিয়াইছোঁ। আপুনি অৱশ্যে এই সংঘসমূহৰ কোনো সভ্যকে আমাৰ একাডেমিৰ সদস্য হিচাবে নাপাব।

: কিয় ? —মই আচৰিত হৈ সুধিলোঁ।

: বচ, আমি পছন্দ নকৰোঁ। সেইটোৱেই মূল কথা।

: কিন্তু তেওঁলোকৰ উপন্যাস সমগ্ৰ ভাৰতে জনপ্ৰিয়। অন্যান্য ভাষাতো তেওঁলোকৰ লিখনি অনূদিত হৈছে— ভাৰতৰ বাদেও বহু সংখ্যক বিদেশী ভাষাই সেই ৰচনাবোৰক আদৰণি জনাইছে।

: হ'ব পাৰে, কিন্তু আমি সেইবোৰক স্বীকৃতি নিদিওঁ। —সদস্য-গৰাকীয়ে ক'লে— এয়া হ'ল ভাৰতীয় সাহিত্য একাডেমি। ইয়াত প্ৰগতিশীল লেখকৰ প্ৰবেশ নিষেধ।

: প্ৰকৃত কথা হ'ল, আমি ক্লাচিকেল সাহিত্য বৰ পছন্দ কৰোঁ। উৰ্দুৰ গালিব, হিন্দীৰ ভাৰতেন্দু। আনহাতে সংস্কৃতৰ কালিদাস। —শ্ৰীসুন্দৰ সিঙে বৰ নম্ৰভাৱে ক'লে।

: তেন্তে ইয়াৰ অৰ্থ এয়ে যে এইবোৰৰ বাদে আজিলৈ যি ৰচনা হ'ল, সংসাৰত যি নতুন আন্দোলন চলিল, যি ঘটনা-দুৰ্ঘটনা ঘটিল, যিয়ে একমাত্ৰ ৰাজনীতিয়ে নহয় বৰং সমগ্ৰ মানব জীৱনৰ গতি ওলোটাই দিলে তেওঁলোকৰ স'তে আপোনালোকৰ কোনো সম্পৰ্কই নাই ? —মই প্ৰশ্ন কৰিলোঁ।

সদস্যগৰাকীয়ে হাঁহি মাৰি ক'লে— আপুনি দেখোন ঘাঁহ নাই খোৱা ?

• : খোৱা নাই যদিও এতিয়া অৱশ্যে খাবলৈ বিচাৰোঁ। —মই সমিধান দিলোঁ।

: এতিয়াই আনিবলৈ দিওঁ। —এইবুলি সদস্যই নিজস্ব অতিথি-প্ৰেম দেখুৱাই ক'লে। মই এইবাৰ শ্ৰীগুড়চক সুধিলোঁ।—'মোৰতো সাহিত্য আৰু সাহিত্যৰ স'তে সম্পৰ্ক ৰখা ব্যক্তিসকলক লগ পোৱাৰ এয়ে সুযোগ ঘটিছে। ইয়াৰ আগতে আপোনালোকৰ পুথি পঢ়িছিলোঁ। কওকচোন, আপোনালোকে সাহিত্য একাডেমিৰ উপস্থিত সদস্যবৃন্দই সাহিত্য আৰু সাহিত্যিকসকলৰ সহায়ৰ বাবে কি কি আঁচনি গ্ৰহণ কৰিছে?

শ্ৰীগুড়চেই ক'লে-- 'এতিয়াতো আমি এখন বৃহৎ তালিকা প্ৰস্তুত কৰিছোঁ। যোৱা ত্ৰিছ বছৰত লেখকসকলে কিমান কিতাপ লিখি শেষ কৰিলে, সেই তালিকাত লিপিবদ্ধ কৰা হ'ব।'

: ভাল বাৰু, পিছে সেই পুথিৰ তালিকা কোনে প্ৰস্তুত কৰিব— যি যোৱা এশ বছৰতো লেখকসকলৰ দৰিদ্ৰতাৰ বাবে লিখা নহ'ল? সেই সকলোবোৰ কবিতা, চিত্ৰ, চিত্ৰকলাৰ সুন্দৰ কলাকৃতি, সেই মহান সংগীতবোৰ যিসকল কলাকাৰৰ মগজুত নীৰবে বৈ গ'ল সেইবোৰনো কি হ'ব? কাৰণ সেইসকল লেখক আৰু কলাকাৰে দিনৰ পিছত দিন অনাহাৰত জীৱন উছৰ্গা কৰিলে, সতি-সন্ততিসকলে অনাহাৰত মৃত্যুবৰণ কৰিলে। সেই সমগ্ৰ গল্প, কবিতা, চিত্ৰ, গীতৰ তালিকা কোনে বাৰু প্ৰস্তুত কৰিব? যি কাম আপোনালোকে কৰা উচিত আছিল সেই এক দায়িত্বপূৰ্ণ কাম আপোনালোকে নকৰাৰ কাৰণ কি?

: এয়া আমাৰ কৰ্তব্য নহয়। —শ্ৰীগুড়চেই উত্তৰ দিলে।

: তেন্তে এয়া কাৰ কাম? কোন ভাৰতীয় একাডেমিয়ে এই কাম নিজৰ হাতত ল'ব? সেয়া বাৰু কোন একাডেমি হ'ব যিয়ে লেখকৰ আঘাতপ্ৰাপ্ত বুকুত ঔষধ লগাব, যি লেখকৰ পুথিৰ ৰক্ষক হ'ব— যিবোৰ পুথি লেখকে নিজৰ তেজেৰে ৰচনা কৰিছে? সেয়া কি একাডেমি হ'ব যি একাডেমিয়ে লেখকৰ প্ৰকৃত জীৱিকাৰ যোগান ধৰি উপন্যাস, গল্প, কবিতা লিখাবলৈ অনুপ্ৰেৰণা যোগাব? এওঁলোকক সমাজৰ শ্ৰেষ্ঠতম ব্যক্তি বুলি মানি লৈ জিৰণি, পেঞ্চন আৰু আৰ্থিক সাহায্য প্ৰদান

কৰিব? সেয়া বাৰু কি একাডেমি হ'ব যিয়ে লেখকসকলক মানুহ বুলি জ্ঞান কৰিব? এওঁলোকক উৰি ফুৰা নতুবা আকাশী পথত ত্ৰিশংকু হৈ পৰা অমানবীয় ব্যক্তি বুলি ভাবিবলৈ বাধ্য নহ'ব?

: আপোনাৰ ঘাঁহ আহি পালে। —সচিবে মোক তপৰাই ক'লে। তেখেতৰ কৃত্ৰিম হাঁহিৰ অন্তৰালত থকা খঙৰ ধুমুহা মই দেখা পাইছিলোঁ। ভালদৰে লক্ষ্য কৰিছিলোঁ যে যদি একাডেমিৰ নিয়ম অনুসৰি এই নিয়ম থাকিলহেঁতেন যে কোনো অতিথিক খঙৰ ভমকত গুলি কৰিব পৰা যায় তেন্তে তেখেতে নিশ্চয় মোক গুলি কৰিলেহেঁতেন।

মই ইপিনে-সিপিনে চাই দেখিলোঁ যে এই আলোচনাত ভাগ ল'বলৈ কোনো প্ৰস্তুত নহয়। শ্ৰীগণেন্দ্ৰনাথ নাগপালে ৰসগোল্লা গিলিলে, অবধ্ অদীপে টোপনিয়াই টোপনিয়াই আঁতৰি গ'ল। সুন্দৰ সিঙে এনেকৈ ডাঢ়ি খজুৱালে যেন তেওঁ কিবা নতুন মতামতৰ সন্ধানতহে ব্যস্ত, যদিওবা তেওঁ প্ৰকৃততে খজুৱতি ৰোগতহে আক্ৰান্ত হৈছিল। যেতিয়া মই দেখিলোঁ যে এজন লেখকেও এনে আলোচনাত ভাগ ল'বলৈ সাজু নহয় তেতিয়া মই ঘাঁহ খোৱাটোকে উত্তম বুলি ভাবি ঘাঁহ খাবলৈ ধৰিলোঁ। এটা গাধই ইয়াতকৈ আৰু অধিক কি কৰিব— বিশেষকৈ সি যেতিয়া এনে লোকক লগ পায় যিসকল কৰ্মহীন, কথাৰ সাগৰ আৰু উদাসীন সাহিত্য সমিতিৰ সৰ্বেসৰ্বা হয়?

মই ঘাঁহ খাবলৈ আৰম্ভ কৰিলোঁ। প্ৰায় দুই-তিনি গৰাহ খাবলৈ বাকী থাকোঁতে সিফালৰপৰা এজন ভদ্ৰলোকে ডিঙিত চাদৰ লৈ ধুতি-পাঞ্জাবী পিন্ধি হাতত এটা তানপুৰা লৈ হাঁহি হাঁহি মোৰ পিনে অহা দেখা পালোঁ।

মোৰ কাষত উপস্থিত হৈ ক'লে— 'মই শুনিছো যে আপোনাৰ হেনো গান শুনাত বৰ ৰাপ। হয় নেকি?'

: অকল শুনাই নহয়, মই ভাল গানো গাওঁ। যদি কয়, এতিয়াই গাব পাৰোঁ।

: নহয় নহয় মহাশয়, প্ৰথমে আপুনি সংগীতজ্ঞসকলৰপৰা 'গুণকলী'

ৰাগ শুনক। —তেওঁ হাঁহি হাঁহি ক'লে।

: ধন্যবাদ, সংগীতজ্ঞ ডাঙৰীয়া! অলপমান ৰ'ব, মই ঘাঁহখিনি শেষ কৰি লওঁ— পিছত আকৌ ভাগ্যত ঘাঁহ মিলে নে নাই ঠিকনা নাই।



**একাডেমিৰ সভালৈ গাধৰ যাত্ৰা, 'গুণকলী' ৰাগ শুনাৰ অভিজ্ঞতা তথা নিজে পৰিবেশন কৰা গীতৰ মহিমা আৰু মিচ ৰূপবতীৰ হাতত বন্দী হৈ ঘৰলৈ ওভতাৰ কথা—**

সেইখন কলা সম্বন্ধীয় তিনিওখন একাডেমিৰ সংযুক্ত সভা আছিল আৰু সেইবাবে গানৰ প্ৰতি অনুৰাগ থাকক বা নাথাকক 'গুণকলী' শুনাৰ বাবে প্ৰতিজন ব্যক্তিয়েই প্ৰস্তুত হ'ল।

'গুণকলী' ডেৰ ঘণ্টালৈ চলে। এই সময়ছোৱাত মই লাহে ধীৰে ঘাঁহ খাই আছিলোঁ। গুণকলী চলি থকা সময়ত ভাব হৈছিল মই যেন 'গুণকলী' খাই আছোঁ আৰু ঘাঁহ শুনি আছোঁ। বহু-সংখ্যক লেখকে চকীত মূৰ পেলাই শুই আছিল। অধ্যক্ষ অদীপে নাক ঘোৰঘোৰাই শুই থাকিল। কলাকেন্দ্ৰৰ কেইজনমান কলাকাৰে 'গুণকলী' শুনি শুনি 'গুণকলী'ৰ ওস্তাদ কৃষ্ণদাস দেশপাণ্ডেৰ এখন কাৰ্টুন ছবি আঁকি আছিল। প্ৰকৃততে যিজন ব্যক্তি দেখাত কাৰ্টুনৰ দৰে হয় তেওঁৰ কোনো কাৰ্টুন অঁকাৰ প্ৰয়োজন নাই। ওস্তাদ কৃষ্ণ-দাস দেশপাণ্ডেৰ পৰিয়াল যোৱা ডেৰশ বছৰ ধৰি 'গুণকলী'ৰ বিশাৰদ বুলি জনাজাত। যোৱা ডেৰশ বছৰৰপৰা তেওঁৰ পৰিয়ালে কেৱল মাত্ৰ এই ৰাগৰেই অভ্যাস কৰিছে। ইয়াৰ বাহিৰে অন্য সকলো ৰাগৰেই অনুশীলন একপ্ৰকাৰ ত্যাগ কৰাৰ দৰেই আৰু সম্ভৱতঃ

সেইবাবে 'গুণকলী'ত তেওঁ অতি পাৰদৰ্শী।

'গুণকলী'ৰ পিছত পোন্ধৰ মিনিট শ্ৰোতাসকলক জিৰণি ল'বলৈ দিয়া হয়, কাৰণ যদি জিৰণিৰ সুবিধা দিয়া নহ'লহেঁতেন তেন্তে তালে সংখ্যক সংগীত প্ৰেমিকে হৃদৰোগত আক্ৰান্ত হোৱাৰ সম্ভাৱনা আছিল। বিৰতিৰ সময়ছোৱাত সংগীতৰ শ্ৰোতাসকলক চাহ-জলপানৰ যোগান ধৰা হয়। গায়কসকলৰ হাওঁফাওঁত অম্লজান ভৰোৱা হয়। এনেধৰণৰ ক্লাচিকেল সংগীতৰ বিশেষত্ব এয়ে যে ডেৰ-দুই ঘণ্টা গোৱাৰ পিছত অম্লজানৰ প্ৰয়োজনবোধ কৰা হয়।

মই এজন সংগীতজ্ঞক সুধিলোঁ— 'মই শুনামতে ক্লাচিকেল সংগীতৰ এনে কেতবোৰ ৰাগ আছে যিবোৰ গাই সমাপ্ত ক'ৰিবলৈ তিনি-চাৰি ঘণ্টা লাগে। কথাটো সঁচানে?

: তিনি ঘণ্টা? —সংগীতজ্ঞজনে খং কৰি ক'লে— 'হেৰি মহোদয়! এই বিৰতিৰ পিছত ওস্তাদ ৰঘীব আলি খানে গান্ধৰ্ব মাত্ৰা 'মিঞা কী মল্লাৰ' শুনাওতে অতি কমেও ছয় ঘণ্টা লাগিব।'

: ক্লাচিকেল সংগীত কিন্তু প্ৰকৃততে এনে নহয়। —এজন সংগীতজ্ঞই মোক বুজাই ক'লে। —এৰা, গায়কসকল মূৰ্চা যাব পাৰে কিন্তু ইয়াতকৈ আৰু ডাঙৰ অঘটন একো নঘটে। সম্ভৱতঃ কোনোবা শ্ৰোতাই ঘৰলৈ গৈ আত্মহত্যা কৰিব কিন্তু তাৰ বাহিৰে আমাৰ একাডেমিৰ এনে প্ৰকাৰৰ কোনো দুৰ্নাম নাই। সেইবাবে আমি সম্পূৰ্ণ নিশ্চিত হৈ একো ক'ব নোৱাৰোঁ।

: মইতো শুনিছোঁ যে যেতিয়াৰেপৰা আপোনালোকে আৰু অল ইণ্ডিয়া ৰেডিঅ'ই ক্লাচিকেল সংগীতৰ আস্বাদ ৰাইজক দিবলৈ আৰম্ভ কৰিছে তেতিয়াৰেপৰা দেশত বলিয়া আৰু আত্মহত্যাকাৰীৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি পাইছে।

আমাৰ কথা-বতৰা শুনি থকা দ্বিতীয়জন সংগীতজ্ঞই ক'লে— মই অনুমান কৰা মতে, আপোনাৰ ভাৰতীয় ক্লাচিকেল সংগীতৰ প্ৰতি ভাল ভাব নাই।

: ক্লাচিকেল সংগীত মই বৰ ভাল পাওঁ। —মই দ্বিতীয় গৰাকী সংগীতজ্ঞক ক'লোঁ —কিন্তু মই ভাৰসাম্য ৰাখিছে চলোঁ। যি শাস্ত্রীয় সংগীতৰ প্রচাৰৰ বাবে আপুনি যত্নপৰ তাৰপৰা সংগীত সম্পূর্ণৰূপে বহিস্কৃত।

: আপুনি নাজানে — দ্বিতীয়জন সংগীতজ্ঞই ক্রোধেৰে ক'লে— আমাৰ ভাৰতীয় সংগীত পৃথিৱীৰ সবাতোকৈ প্রাচীন সংগীত। যোৱা তিনি হাজাৰ বছৰ ধৰি এই সংগীতৰ এটি সুৰ পর্যন্ত সলনি হোৱা নাই। ৰাগৰ যি মূৰ্ছনা আজিৰপৰা তিনি হাজাৰ বছৰৰ আগতে আছিল আজিও সেই একে ৰাগেই বিদ্যমান।

: ইয়াত গৌৰৱ কৰিবলগীয়া কি হ'ল? যেতিয়াৰপৰাই পৃথিৱীত আমাৰ উৎপত্তি হ'ল তেতিয়াৰপৰা এটিও সুৰ সলনি হোৱা দেখা নাই। এটা গাধই আজিৰপৰা এক লাখ বছৰৰ আগতে যিদৰে গীত গাইছিল আজিও ঠিক সেইদৰেই গায়। আপুনি কয় —যদি মই এতিয়াই এটা সুৰ শুনাওঁ।

প্রথম সংগীতজ্ঞই মোৰ পিনে উভতি চাই নীৰৱে থাকিল। মই আকৌ ক'লোঁ— কেতিয়াও যদি শিকা নাই, কেতিয়াও যদি সলনি নহয়, নিজস্ব আৰ্হিৰো যদি কোনো পৰিবর্তন নহয় তেন্তে সেয়া বিশেষ শুভ লক্ষণ নহয়। জীৱনৰ অন্যান্য বিষয়সমূহৰ দৰে কলা বিষয়ৰো পৰিবর্তন হোৱাটো উত্তম লক্ষণ। ভাৰতীয় সংগীতে যে বিদেশত প্রভাব পেলাব পৰা নাই সেয়া ভুল ধাৰণা। ভাৰতীয় সংগীতে যিদৰে বিদেশত প্রভাব বিস্তাৰ কৰিব পাৰিছে ঠিক তেনেদৰে আৰবীয় আৰু ইউৰোপীয় সংগীতেও আমাৰ ইয়াত প্রভাব বিস্তাৰ কৰিব পাৰিছে। এইবোৰে ভাৰতীয় সংগীতৰ স'তে এক যোগাযোগ স্থাপন কৰি জীৱনত এক নতুন সংগীতৰ সৃষ্টি কৰিছে— যি প্রথমবিধ সংগীততকৈ অধিক সুমধুৰ।

: আপুনি বাহিৰৰ প্রভাবক কিয় বাৰু নিজৰ সংগীতৰপৰা বহিষ্কাৰ কৰিবলৈ ইচ্ছা কৰিছে? এই প্রতিক্রিয়াবাদ জানো আপোনাৰ

সঁচাকৈ মনঃপুত ?

: আমি আমাৰ দেশৰ সংস্কৃতিত কিয় বাৰু বিদেশী উপাদান প্ৰয়োগ কৰিবলৈ দিম ?

: প্ৰতিখন দেশৰে কলা-সংস্কৃতিৰ একোটি নিজস্ব বৈশিষ্ট্য থকা দেখা যায়। সেয়া নিঃসন্দেহে ৰাষ্ট্ৰীয় ভাবাপন্ন। কিন্তু ইয়াৰ মাজতে যিবোৰ সংস্কৃতি বাহিৰৰপৰা আহি একত্ৰিত হৈ পৰিছে তাৰদ্বাৰা নিজৰ ৰাষ্ট্ৰীয় সংস্কৃতি তথা তাৰ বৈশিষ্ট্যৰ যোগসূত্ৰ স্থাপন হৈছে। আজিলৈ যিদৰে ফালেসংখ্যক বিদেশী শব্দ ভাষাৰপৰা বহিষ্কৃত হৈছে, ঠিক সেইদৰে যদি বাহিৰৰ সংস্কৃতিৰ বৈশিষ্ট্যবোৰ বাছি বাছি আঁত-ৰাই পেলোৱা হয় তেন্তে সি এক মহা মূৰ্খামিৰ বাদে আন একো নহয়।

: মই শাস্ত্ৰীয় সংগীতৰ বিৰোধী নহয়। কিন্তু মই বিচাৰোঁ, আপুনি লোক সংগীতৰো উন্নতি সাধন কৰক। চিনেমাৰ সংগীতত ইউৰোপীয় আৰু ভাৰতীয় সংগীতৰ সংমিশ্ৰণত যি নতুন সংগীত সৃষ্টি কৰা হৈছে তাৰ প্ৰতিও বিশেষ মনোযোগ দিয়ক। সেইবোৰৰ ত্ৰুটিৰ প্ৰতি দৃষ্টি দিয়ক আৰু তাৰে ভালেখিনিৰ প্ৰশংসা কৰক। আচৰিত কথা এয়ে যে আমাৰ লোকগীত আৰু চিনেমাৰ সংগীতে ভাৰতৰ সমগ্ৰ জনতাৰ মাজত আৰু ভাৰতৰ বাদেও সমগ্ৰ এচিয়া আৰু আফ্ৰিকাৰ উপৰিও ইউৰোপতো এক প্ৰসিদ্ধ স্থান অধিকাৰ কৰিছে। কিন্তু এই সংগীত একাডেমিয়ে সাপৰ দৰে কুণ্ডলী পকাই শাস্ত্ৰীয় সংগীতক মেৰাই ধৰিছে। আপুনি বাৰু আপোনাৰ চিন্তাধাৰাৰ পৰিবৰ্তন নিবিচাৰে নেকি। হয়তো এইদৰে আপুনি শাস্ত্ৰীয় সংগীতৰ প্ৰচাৰ কৰে, সমগ্ৰ ভাৰততে জনতাৰ অভিৰুচি বঢ়াবলৈ যত্ন কৰে। কিন্তু যেতিয়া কোনো অনুষ্ঠানৰ আয়োজন কৰি প্ৰখ্যাত ওস্তাদসকলক নিমন্ত্ৰণ জনায় তেতিয়া প্ৰবেশপত্ৰৰ মূল্য এশ টকা কৰে। আপোনাৰ মনোভাব এয়ে নেকি যে উচ্চ দামৰ প্ৰবেশপত্ৰই জনগণৰ অভিৰুচি বৃদ্ধি কৰিব ?

: মহাশয়! আপুনি কমেও পঞ্চাছ হাজাৰ জনসাধাৰণৰ মাজত

আমাৰ প্ৰসিদ্ধ সংগীতজ্ঞসকলৰ গীত পৰিবেশন নকৰাব্ পাৰে যিসকল আমাৰ ৰাষ্ট্ৰীয় জীৱনৰ গৌৰব। আপুনি সংগীতৰ ভঁৰালৰপৰা ভাৰতীয় জনতাক লাভবান নকৰাব পাৰে যদিওবা সেইসকল ওস্তাদক কেৱল উচ্চ বৰ্গৰ কিছু সংখ্যক ব্যক্তিৰ মাজত সীমিত কৰাবলৈ বিচাৰিব পাৰে। তেতিয়া মই ক'ম যে দেশত এনে সংগীত একাডেমিৰ প্ৰয়োজন নাই আৰু সেই অনুষ্ঠানলৈ জনজীৱনৰ ভঁৰালৰপৰা এপইচাও যোৱাটো অনুচিত।

খণ্ডৰ ভমকত মোৰ নেজ থিয় হৈ উঠিল। সিপিনে ওস্তাদ ৰযীব আলিৰ গান্ধৰ্ব যাত্ৰাৰ যথেষ্ট আগ্ৰহ আছিল। কিন্তু যেতিয়ালৈ সভাত গাধ উপস্থিত থাকিব তেতিয়ালৈ তেওঁ 'মিঞা কী মল্লাৰ' পৰিবেশন নকৰে। হতাশ হৈ কলাকেন্দ্ৰৰ মাননীয় সদস্য শ্ৰী ম. ম. চন্দ্ৰই মোৰ কাষলৈ আঁহি প্ৰয়োজনতকৈ অধিক নম্ৰভাৱে ক'লে— আমাৰ প্ৰদৰ্শনীখন দেখোন আপুনি চাবলৈ যোৱা নাই। ভাৰতীয় চিত্ৰকৰৰ বহু নতুন নতুন চিত্ৰ তাত প্ৰদৰ্শিত হৈছে। সেইবাবে আপুনি প্ৰদৰ্শনীখন চাই-মেলি আপোনাৰ মূল্যবান মন্তব্য দিয়ক।

ম. ম. চন্দ্ৰই সম্পূৰ্ণ পাঁচ বছৰ পেৰিচত থাকি ভাৰতীয় চিত্ৰকলাৰ শিক্ষা সমাপ্ত কৰিছে। তেওঁৰ এখন চিত্ৰ 'কাঁইট আৰু কাঁইট'ৰ ওপৰত এই প্ৰদৰ্শনীৰ বিচাৰকে দ্বিতীয় পুৰস্কাৰ প্ৰদান কৰিছে। তেওঁ মোক পোন প্ৰথমে সেই চিত্ৰখন দেখুৱাবলৈ গ'ল। সেই চিত্ৰখন এটা বৃহৎ কেনভাচত আছিল। এজনী নগ্ন নাৰীৰ চিত্ৰ, যিয়ে ডিঙি বেঁকা কৰি নিজৰ ভৰিৰ কাঁইট উলিয়াই আছিল।

: নাৰীক নগ্নকৈ প্ৰদৰ্শন কৰাৰ কিহৰ প্ৰয়োজন? বাথৰুমত নথকা সময়ত তেওঁক কাঁইটে বিন্ধা হ'লে সেই সময়ত তেওঁ কাপোৰ পিন্ধি থাকিলহেঁতেন।

ম. ম. চন্দ্ৰই ক'লে— আপুনি চিত্ৰখন বুজা নাই । দেখাত এই কাঁইটডালে নাৰীগৰাকীক বিন্ধিছে যদিও বাস্তৱিকতে সেয়া নহয়।

: তেন্তে কি বাৰু? —মই তেওঁক প্ৰশ্ন কৰিলোঁ।

: কাঁইটে নহয়, নাৰীগৰাকীয়েহে কাঁইটক বিন্ধিছে। ম. ম. চন্দ্ৰই বৰ গৌৰবেৰে মোক বুজাই দি ক'লে— প্ৰকৃততে নাৰী-গৰাকীয়েহে কাঁইতক বিন্ধিছে।

: শ্ৰইবোৰ কি কৈছে? এৰা, এই ৰহস্য মই এতিয়াহে বুজিব পাৰিছোঁ। এৰা, চাওকচোন মই যে কি এক মুৰ্খ গাধ! মডাৰ্ণ আৰ্ট এতিয়ালৈ বুজিবই পৰা নাই।

: সম্পুৰ্ণ প্ৰদৰ্শনীখন চাই লওক। —ম. ম. চন্দ্ৰই মোক সহানু-ভূতিৰে ক'লে— তেতিয়া কিবা নহয় কিবা এটা নিশ্চয় বুজিব পাৰিব। এইখন চাওক, মি. গৰফিচ গ্ৰামে পঠাইছে।

ত্ৰিকোণ-চতুষ্কোণ সকলোতে নাৰীৰ ছবি চকুত পৰিল। বাহুৰ স্থানত ভায়োলিন, ডিঙিৰ স্থানত চেতাৰৰ তাঁৰ, দেহৰ অইন স্থানত তানপুৰাৰ ছবি চকুত পৰিল। গলধনটোৰ মাজত এডাল হাতুৰীও ওলমি আছিল জনৈক চিত্ৰত।

: এয়া বাৰু কি? —মই সুধিলোঁ।

: এয়া ৰৌচন আৰা বেগমৰ চিত্ৰ।

: সেই মহীয়সী সংগীতজ্ঞা জানো এইখন চিত্ৰ দেখাৰ পিছত এতিয়াও জীয়াই আছে? এই চিত্ৰখন এতিয়া একমাত্ৰ তেওঁৰ পতিয়ে দেখা পাইছে। কিন্তু যেতিয়াৰপৰা এই চিত্ৰখন দেখিছে তেতিয়াৰপৰাই জেপৰপৰা পিষ্টল উলিয়াই চিত্ৰশিল্পীক বিচাৰি হাবাথুৰি খাইছে। —চন্দ্ৰই ক'লে।

: আৰু সেইজন চিত্ৰকৰ মি. গৰফিচ গ্ৰাম ক'ত?

: তেওঁ পলাই গল।

: ভালেই হ'ল দিয়ক, নহ'লে ইয়াত কাৰোবাৰ নহয় কাৰোবাৰ হত্যাকাণ্ড সংঘটিত হ'লহেঁতেন। পিছে শিল্পৰ নে শিল্পীৰ?

পিছত মই বৰ মনোযোগেৰে চিত্ৰখন চালোঁ, কিয়নো ৰৌচন আৰা বেগমক মই বহুবাৰ দেখিছোঁ। চিত্ৰখন আৰু সেই ৰৌচন আৰা বেগমৰ কোনো সামঞ্জস্যই নাই। অৱশেষত মই পৰাজয় বৰণ কৰি সেই

হাতুৰীডালৰ পিনে ইংগিত কৰি সুধিলোঁ — এইডাল অঁকাৰ উদ্দেশ্য কি বাৰু ?

: ইয়াৰ উদ্দেশ্য এয়ে যে গায়ক-গায়িকাৰ প্ৰতিটো সুৰ নিক্তৰ বিচাৰৰ স্থানত হাতুৰীৰ দৰে শক্তিশালী। —তেওঁ উত্তৰ দিলে।

: বাঃ বাঃ কি যে প্ৰতীক! —মই প্ৰশংসা কৰি ম. ম. চন্দ্ৰক সুধিলোঁ— এখেত··· অৰ্থাৎ গৰফিচ গ্ৰামে ক'ত বাৰু শিক্ষা লাভ কৰিছিল ?

: পেৰিচত আঠ বছৰ ধৰি ইৰাণী চিত্ৰবিদ্যা শিকি আহিছে।

: বৰ সুন্দৰ কথা। আগলৈ ব'লক।

আগলৈ গৈ এখন খিৰিকি পালোঁ আৰু খিৰিকিৰে ভাহি অহা ওস্তাদ ৰঘীব আলি খাঁৰ ৰাগ সুন্দৰকৈ শুনিলোঁ —ঘন ঘন গৰজ গৰজ, ঘন ঘন গৰজ।

খিৰিকিৰ কাষৰ এখন ডাঙৰ কেনভাচত তিনিটা মাছৰ চিত্ৰ দেখা পালোঁ। এটা মাছৰ চিত্ৰ থিয় হৈ আছিল, দ্বিতীয় মাছটো প্ৰথমটোৰ পেটৰ ভিতৰত আৰু তৃতীয় মাছটো দ্বিতীয়টোৰ পেটৰ ভিতৰত প্ৰবেশ কৰাৰ দৃশ্য।

চিত্ৰখনৰ তলত এইদৰে লিপিবদ্ধ :

ব্ৰহ্মাণ্ড চিত্ৰকৰ বগলোল।

মই সুধিলোঁ— এই বগলোল বাৰু কোন ?

: এখেত বোম্বাইৰ এজন প্ৰসিদ্ধ শিল্পী। এওঁ কেৱল মাছৰেই চিত্ৰ ৰূপায়ণ কৰে।

কিয় বাৰু ?

: এবাৰ এওঁৰ প্ৰেমিকাক চাৰ্ক মাছে ভক্ষণ কৰিছিল। বচ, সিদিনাৰ-পৰা তেওঁ কেৱল মাছৰেই ছবি আঁকি আহিছে।

: কিন্তু এইখন ছবিৰ মাজত দেখোন এওঁৰ প্ৰেমিকক ক'তো দেখা নাই ?

: ভালদৰে চাওক। তেওঁ মাছৰ পেটৰ ভিতৰত প্ৰবেশ কৰিছে।

প্ৰতিখন ছবিতে তেওঁৰ প্ৰেমিকা নিশ্চয় উপস্থিত থাকে। কেতিয়াবা মাছৰ পেটত, কেতিয়াবা চকুত, কেতিয়াবা ফিচাত। মুঠতে 'ক'ৰবাত নহয় ক'ৰবাত পাবই। এয়ে তেওঁৰ কলাৰ বাহাদুৰী।

মই বৰ তীক্ষ্ণ দৃষ্টিৰে ছবিখনলৈ চালোঁ। কিন্তু সেই ছবিখনত তেওঁৰ প্ৰেমিকাৰ মই উপস্থিতি দেখা নাপালোঁ। চন্দ্ৰই বৰ মনোযোগেৰে ছবিখনলৈ চাবলৈ ধৰিলে। অৱশেষত বৰ নিৰাশ হৈ ক'লে যে সম্ভৱতঃ তেওঁ মাছৰ পেটত হজম হ'ল। বৰ ৰূপহী প্ৰেমিকা আছিল। কিমান সময় বাৰু মাছৰ পেটত থাকিব? বেচেৰী হজম হ'ল। আঃ!

ম. ম. চন্দ্ৰই ৰুমাল উলিয়াই চকুলো মচিলে। এইখন ছবিৰ তলতো পুৰস্কাৰৰ কাৰ্ড ওলমি আছিল। মই চন্দ্ৰক সুধিলোঁ। — ক্ষমা কৰিব মহাশয়। এই মাছতকৈ সুন্দৰ মাছ আমাৰ বাৰাবাংকীৰ চাৰি বছৰীয়া শিশুৱেও সুন্দৰকৈ আঁকিব পাৰে। এই ক্ষেত্ৰত এইখন কিদৰে বাৰু পুৰস্কাৰৰ যোগ্য হ'ল— য'ত তেওঁৰ প্ৰেমিকাও নাই?

চন্দ্ৰই বহু সময় চিন্তা কৰি ক'লে— নাজানো ভাই। ইয়াত ময়ো আপোনাৰ স'তে একমত। কিন্তু বাস্তৱিকতে কথা হ'ল এনে ধৰণৰ— যেতিয়া বিচাৰকে চিত্ৰ নিৰীক্ষণ কৰি কৰি এইখন চিত্ৰৰ ওচৰত উপস্থিত হ'লহি তেতিয়া দুপৰীয়া আহাৰৰ সময় হৈছিল আৰু তেওঁৰ অসম্ভৱ ভোক লাগিছিল। তেনেতে এই চিত্ৰখন তেওঁৰ চকুত পৰিল।

: চিত্ৰলৈ ক'ত মন কৰিব? সঁচাকৈ মাছৰ প্লেট তেওঁৰ সমুখত আহি পৰিল। —মই কথাবাৰ অলপ বঢ়াই সুধিলোঁ।

: 'এৰা, সেইবাবেই তেওঁ অস্থিৰ হৈ এইখন চিত্ৰৰ বাবে পাঁচশ টকাৰ পুৰস্কাৰ প্ৰদান কৰিলে। —চন্দ্ৰই বৰ উদাসীনভাৱে ক'লে। —ব'লক, আগলৈ যাওঁ। ডাঙৰ ডাঙৰ লোকেও কেতিয়াবা ভুল কৰে।

মই আগবাঢ়িবলৈ সাজু হোৱাত হঠাতে মই শুনিবলৈ পালোঁ— 'আগলৈ ক'লৈ যায়? —লগে লগে কাৰোবাৰ নিকপকপীয় জৰীৰ বান্ধে মোৰ ডিঙি চেপি ধৰিলে। মই ঘূৰি চাই দেখিলোঁ, সেয়া আন

কোনো নহয়, মিছ ৰূপবতী। জৰীডালেৰে গাঁথি দি নিজৰ গাৰপিনে টানি ক'বলৈ ধৰিলে - 'বৰ কষ্টেৰে তোক কাবু কৰিছোঁ। এতিয়া পোনে পোনে ঘৰলৈ ব'ল।'

মই কিবা কোৱাৰ আগতে আৰু এডাল ৰচিৰ পেচ ডিঙিত অনুভৱ কৰিলোঁ। লগে লগে এটি তীক্ষ্ণ স্বৰ প্ৰতিধ্বনিত হ'ল— এইৰ লগত তই ক'লৈ যাৱ, তইতো মোৰ গাধ।

মই উভতি চাই দেখিলোঁ এইজনী কমলা। কমলাই মোক নিজৰপিনে টানিবলৈ ধৰিলে। ৰূপবতীয়ে ক'লে— 'হেৰৌ ব্যভিচাৰিণী! এইটো মোৰ গাধ, এৰি দে।' কমলাই ক'লে— 'সোনকালে আঁতৰি যা, এইটো মোৰ গাধ।' এইদৰে কৈ দুয়ো নিজৰ নিজৰ গাৰ পিনলৈ জোৰেৰে টানিবলৈ ধৰিলে। মই উপায়হীন হৈ লথিয়াবলৈ আৰম্ভ কৰিলোঁ আৰু অৱশেষত নিজকে মুক্ত কৰিবলৈ সক্ষম হ'লোঁ।

কিন্তু মোৰ এই মুক্তিৰ আপ্ৰাণ চেষ্টাৰ সংঘৰ্ষত ভালেমান মডাৰ্ণ আৰ্ট, চিত্ৰশিল্প দেৱালৰপৰা খহি মাটিত পৰিবলৈ ধৰিলে। মোৰ ভৰিৰ কোবত ছবি আৰু কেনভাচ ভাগি টুকুৰা-টুকুৰ হ'ল। এখন কেনভাচ আন এখনৰ ওপৰত পৰিবলৈ ধৰিলে। হঠাতে বৌচন আৰা বেগমৰ ছবিখন মই মাছৰ পেটত দেখা পালোঁ। ছবিৰ সেই হাতুৰীডাল বাৰে বাৰে ডিঙিত পৰিবলৈ ধৰিলে। মই সমগ্ৰ প্ৰদৰ্শনীখন লণ্ডভণ্ড কৰি পেলালোঁ। মনসুখলাল ক'ৰবাৰপৰা ফোঁপাই-জোপাই আহি পালেহি। ফলত ৰূপবতী আৰু কমলাই মোক এৰি দিব লগা হ'ল। দুয়ো দুয়োৰে ভিতৰত গালি-গালাজ, চুলিয়া-চুলি কৰি নিজৰ নিজৰ প্ৰেমিকক গালি পাৰিবলৈ ধৰিলে।

এই সংঘৰ্ষত মই সিহঁতৰ দুই ডৰ্জনমান প্ৰেমিকৰ নাম গম পালোঁ। এনেতে পুলিচ অধীক্ষকৰ লগত ভালে সংখ্যক চিপাহী আহি উপস্থিত হ'ল। শেঠ মনসুখলালে ভিতৰলৈ আহি মোক জৰীৰে বান্ধি দুয়োকাষে দুজন পুলিচ ৰাখিলে আৰু অন্যান্য চস্তৰীৰ সহায়ত ৰূপবতীক কমলাৰ হাতৰপৰা মুকলি কৰালে— ন'হলে কমলাই ৰূপবতীক

চুলিত ধৰি বগৰাই লৈছিল। পুলিচে দুয়োকে আঁতৰাই নিলে। অৱশেষে কমলাই দুখ লগাকৈ কান্দিবলৈ ধৰাত পুলিচে নিজৰ ভানত কমলাক নি ঘৰত থৈ অহাৰ ব্যৱস্থাও কৰিলে। পিছত ৰূপৱতী আৰু শেঠ মনসুখলালে মোক চন্দ্ৰৰীৰ জিম্মাত ঘৰলৈ লৈ গ'ল।



## মনসুখলালৰ বাসভবনলৈ গাধৰ পুনৰ যাত্ৰা. ৰূপবতীৰ সৈতে কাজিয়া আৰু গুপ্ত ৰহস্যৰ উদ্‌ঘাটন—

ঘৰলৈ লৈ গৈ শেঠ মনসুখলাল আৰু ৰূপবতীয়ে মোক এটা কোঠাত বন্দী কৰি থ'লে। তেতিয়া নিশা। বাটৰ মাজে মাজে টাংগাৰ অহা-যোৱা শব্দ। এখন গৰুগাড়ীত কাগজৰ বোজা লৈ গৈ থকাৰ শব্দও শুনিছিলোঁ। এজন ল'ৰাই এটা কুকুৰ শিকলিৰে বান্ধি লৈ গৈছিল।

ৰূপবতীৰ হাতত এডাল বেত আছিল। তাই সেই বেতডাল লৈ খঙতে কঁপি কঁপি টহল দিছিল। শেঠ মনসুখলালে তাইক বৰকৈ বুজাবলৈ ধৰিলে—'মা, তই ভাবী স্বামীৰ স'তে এনে ব্যৱহাৰ নকৰিবি। অন্ততঃ বিয়াৰ আগতে এনে কাম কৰা অনুচিত।

: আপুনি ঠিকেই কৈছে। মই শেঠজীৰ পক্ষ লৈ সমৰ্থন কৰিলোঁ— বিয়াৰ পিছতহে মাৰপিট আৰম্ভ হয়। তুমি যদি বিয়াৰ আগতে মাৰপিট আৰম্ভ কৰা তেন্তে জীৱন যে দুৰ্বিসহ হৈ পৰিব।

শেঠজীয়ে ৰূপবতীৰ হাতৰপৰা বেতডাল কাঢ়ি নিলে। ৰূপবতীয়ে হাত জোকাৰি জোকাৰি ক'লে—ক, তই সঁচাকৈ সেই ব্যভিচাৰিণীৰ

ৰূপত মুগ্ধ নেকি?

: কোন তেওঁ?

: সেই কমলা?

: কমলা।

: এৰা, সেই ভুতুনীজনী। —ৰূপবতীয়ে বৰ ঘৃণা সহকাৰে ক'লে—কেচাই খাইতী নাৰী নে টেমাৰ মোৰবৰা। যেতিয়াই চাবা তেতিয়াই দেখিবা দুই-চাৰিজন পুৰুষৰ গাত পৰুৱাৰ দৰে কামুৰি থাকিব।

: কমলা কিন্তু বৰ সুন্দৰী। —মই কমলাৰ ৰূপৰ প্ৰশংসা কৰি ক'লোঁ— সৌন্দৰ্যৰ প্ৰতিযোগিতাত মোৰ এনে লাগিছিল যেন কমলাক মই 'সৌন্দৰ্যৰ ৰাণী' উপাধি প্ৰদান কৰিম।

: নিদিলি কিয়? —ৰূপবতীয়ে বৰ খঙেৰে ক'লে— পিতা, মোক বেতডাল দিয়া। বেতডাল ক'ত থ'লা?

: কিন্তু তাইৰ প্ৰতি মোৰ অকণমানো মৰম নাই। —মই তপৰাই উত্তৰ দিলোঁ— মইতো প্ৰকৃততে এটা গাধ। মই কিদৰে বাৰু এজনী নাৰীৰ স'তে প্ৰেম কৰিম?

: আজিকালি কেৱল গাধইহে প্ৰেম কৰিব পাৰে। নহ'লে জানো এজন জনা-বুজা লোকে প্ৰেম কৰাটো সমৰ্থন কৰিব? বস্তুৰ দাম কিদৰে কমি গৈছে দেখিছানে নাই? ঘেঁহুৰ মূল্য হ্ৰাস পাইছে। শুকান জলকীয়াৰ মূল্য হ্ৰাস পাইছে। এইমাত্ৰ মই ষ্টক এক্সচেঞ্জত দুই লাখ টকাৰ লোকচান ভাৰবলগীয়া হ'ল। এনে এক ভয়াবহ পৰিস্থিতিত এটা গাধৰ সলনি কোনে বাৰু প্ৰেম কৰিব? —শেঠ মনসুখলালে উত্তৰ দিলে।

: সম্ভৱতঃ ষ্টক এক্সচেঞ্জত কিছু বস্তুৰ দাম হ্ৰাস পাইছে, কিন্তু ঘেঁহুৰ দাম কমা নাই। মোৰ দৰে প্ৰতিদিনে বহু গাধই ঘাঁহৰ মূল্য বৃদ্ধিৰ বাবে কান্দিবলৈ ধৰিছে।

: শেঠজী! আপোনাৰ টেলিফোন। —মই কিবা অলপ কোৱাৰ লগে লগে এজন লগুৱাই মাত দিলে। শেঠজীয়ে দৌৰি টেলিফোন

ধৰিবলৈ গ'ল। সম্ভৱতঃ ষ্টক এক্সচেঞ্জৰপৰা ভাগ্য নিৰ্ণয়ৰ নতুন বাতৰি আহিছে। কোঠাত ৰূপৱতী আৰু মই অকলে থাকিলোঁ।

: সঁচাকৈ কোৱাচোন, কমলাক বৰ ভাল লাগে নেকি? —ৰূপ-বতীয়ে সুধিলে।

: এৰা।

: তাইৰ গাত এনে কিনো আছে যি মোৰ গাত নাই? —কণ্ঠ-স্বৰত বেচেৰীৰ দুখ ভাহি উঠিল।

: যদি সঁচাই সোধোঁ— তোমাৰ মাজতনো কি আছে, ক'বানে?

ৰূপবতীয়ে উল্লাসেৰে মোৰ কাষলৈ আহি ক'লে— প্ৰিয়তম! মই সিদিনাই তোমাক কৈছিলোঁ নহয় যে মাজে মাজে তুমি মোৰ স'তে ফুৰিবলৈ যাব পাৰিবা।

: কিন্তু মোৰ পিঠিত যে জান কোঁচ খাই থাকিব। মোৰ সেই কথাষাৰ মনত আছে।

: তাই মোৰ আৰু কাষলৈ আহি ক'বলৈ ধৰিলে— তুমি সদায় মোৰ স'তে ফুৰিবলৈ যাব পাৰিবা আৰু তোমাৰ লেকামডাল মোৰ হাতত থাকিব। অশ্বপালকক নিদিওঁ নহয়, বুইছা?

: পতিৰ লেকামডাল অৱশ্যে প্ৰত্যেক পত্নীয়ে নিজৰ স'তেই ৰাখে। —মই উত্তৰ দিলোঁ।

ৰূপবতীয়ে নিজৰ বাহু মোৰ ডিঙিত থ'লে— 'মই প্ৰতিশ্ৰুতি দিছো নহয় যে বছৰত তুমি দুবাৰকৈ মোৰ চ'ৰা ঘৰলৈ আহাৰ খাবলৈ যাব পাৰিবা।'

: সেয়া কোন দিনা বাৰু?

: এবাৰ তোমাৰ জন্মদিনত। তোমাৰ জন্মদিন বাৰু কেতিয়া?

: আমাৰ জন্মদিন নহয় ৰূপৱতী। কোনোবা গাধ আৰু সাধাৰণ ব্যক্তিৰ জানো জন্মদিন উদ্‌যাপিত হয়? জন্মদিন সম্পৰ্কীয় অনুষ্ঠান চহকী ব্যক্তিসকলৰ মাজতে সীমাবদ্ধ। ভাল বাৰু, মোৰ জন্মদিন উপলক্ষে তুমি মোক ডাইনিং টেবুলতে লগ দিবা। এতিয়া কোৱা— দ্বিতীয়বাৰ

কেতিয়াকৈ ?

: যিদিনা আমি বিবাহৰ বছৰেকীয়া উৎসৱ পালন কৰিম। —ৰূপবতীয়ে চিনেমাৰ নায়িকাৰ দৰে এক লাজ লাজ ভাবত ক'লে আৰু মোৰ কাণত এটা চুমা দিলে। পিছত ধীৰে ধীৰে কাগজখন মোৰ পিনে আগুৱাই দিলে।

: এইখন কি বাৰু ? —মই সুধিলোঁ।

: কনট্ৰেক্ট।

: কিহৰ কনট্ৰেক্ট ?

: নহয় প্ৰিয়তম, বাধা নিদিবা। এইখন তোমাৰ আৰু পিতাৰ বিজনেছ পাৰ্টনাৰশ্বিপৰ কনট্ৰেক্ট।

: কি বিজনেচৰ বা ?

: ওহো প্ৰিয়তম ! —ৰূপবতীয়ে মোৰ ডিঙিত তাইৰ গাল লগাই ক'লে—যাৰ বাবে তোমাক কমলাই জৰীৰে ৰান্ধি নিবলৈ ওলাইছিল। সোনকালে চহী কৰানা, মোৰেই ডংকী মংকী।

: সোনকালে গালখন আঁতৰাই নিয়া। মোৰ যে কুটকুটনি উঠিছে।

ক্ষন্তেকতে ৰূপবতীৰ চকুত অগ্নিশিখা দেখিবলৈ পালোঁ, যদিও পিছ মুহূৰ্ত্তত অন্তৰ্ধান হ'ল। নাজানো কিদৰে ইমান কষ্ট কৰি তাই মোৰ প্ৰতি খং আৰু ঘৃণাৰ ভাব সম্বৰণ কৰিলে। তথাপিতো ক'বলৈ ধৰিলে—সোনকালে কাগজখিলাত চহী কৰি দিয়া মোৰ ধন্ব্। তুমি জানো মোৰ কাৰণে এইখিনি কৰিব নোৱাৰা ?

: মই তোমাৰ বাবে সকলো কৰিব পাৰোঁ ৰূপবতী। তোমাক মোৰ পিঠিত উঠাই বাৰাবাংক লৈ লৈ যাব পাৰোঁ। তোমাৰ নতুন অট্টালিকাৰ বাবে ইটা কঢ়িয়াব পাৰোঁ। তোমাৰ খিৰিকিৰ তলত থিয় হৈ ৰাতি 'হিট' গান গাব পাৰোঁ। কিন্তু এই কাগজখিলাত চহী কৰিব নোৱাৰোঁ।

: কিয় ?

মই কিবা কোৱাৰ আগতে শেঠ মনসুখলালে ঘামত তিতি-বুৰি

ফোঁপাই-জোপাই ভিতৰ সোমাল। লগে লগে চিঞৰি উঠিল— সৰ্ব-নাশ হ'ল মা! ধ্বংস হ'লোঁ। বস্তুৰ দাম আৰু কমিছে। চাউলৰ মোণত দুই অনা কমিল, কাপোৰৰ দাম প্ৰতি গজত এক অনা কমিছে, চিমেণ্টৰ দামৰ ওপৰত চৰকাৰী কনট্ৰোল উঠি গ'ল। চিমেণ্টত সেয়ে একেবাৰে চাৰি অনালৈ কমিল। একেবাৰে সস্তা হৈ গ'ল। —শেঠজীয়ে কান্দি কান্দি ক'লে— কি হ'ব এতিয়া?

মই আচৰিত হৈ ক'লোঁ— চাউল, কাপোৰ, চিমেণ্টৰ দাম যদি কমিল তেন্তে কিনো বেয়া হ'ল? জনসাধাৰণে সামগ্ৰী কিনিবলৈ সুবিধা পাব। ইয়াত কান্দিবলৈ কিনো হ'ল?

: আৰে জধামূৰ্খ গাধ, মই বৰবাদ হৈ গ'লোঁ। মোৰতো এই ব্যৱসায়ত দুই কোটি ধন লোকচান হ'ল? —শেঠজীয়ে বুকু ভুকুৱাই কান্দিবলৈ ধৰিলে। —বস্তুৰ দাম যদি দুই পইচাও কমে মই দেউলীয়া হওঁ, বুইছ দেউলীয়া।

: আপুনি চিন্তা নকৰিব পিতা। —ৰূপবতীয়ে পিতাকক আশ্বাস দি ক'লে— আপুনি এতিয়াই এইখন কাকতত চহী কৰক পিতা। পিছত সেই পঁচিছ কোটি টকাৰ ঠিকাৰপৰা আপোনাৰ লোকচান পূৰণ হৈ যাব।

: সোনকালে চহী কৰা। দেখা নাই তোমাৰ শহুৰে কিদৰে কান্দিবলৈ ধৰিছে। —ৰূপবতীয়ে মোক খঙৰ সুৰত ক'লে।

: চহী বাৰু মই কৰিলোঁ, পিছে সেই পঁচিছ কোটি টকাৰ ঠিকা ক'ত আছে?

: কি ক'লা? —শেঠ মনসুখলালে চিঞৰি উঠিল— তুমি সিদিনা দেখোন নিজেই কৈছিলা যে প্ৰধান মন্ত্ৰীৰ স'তে কথা-বতৰা পাতি পঁচিছ কোটি টকাৰ ঠিকা……

: কিন্তু আপুনি জানো এবাৰলৈ মোৰ কথা সম্পূৰ্ণকৈ শুনিছিল? —মই কথাষাৰ তৎক্ষণাত কাটি ক'লোঁ— ঠিকাৰ কথাতো কোৱা নাছিল। বাৰ্মা-চেল অয়েল ৰিফাইনাৰিৰ… পঁচিছ কোটিৰ প্ৰজেক্টৰ…

: বাপৰে বাপ, মইতো একেবাৰে দেউলীয়া হৈ গ'লোঁ। —শেঠজীয়ে জোৰে জোৰে কঁপালত ভুকুৱাবলৈ ধৰিলে— পঁচিছ কোটি টকাৰ ঠিকাও হাতৰপৰা সৰকি গ'ল। হায় হায়, ইয়াৰ বাবে মই যে কি কি নকৰিলোঁ! এই কটা নিধকক মই ঘৰত আনি ৰাখিলোঁ, পৌৰ নিগম কমিটিৰপৰা সন্মান পত্ৰ দিয়ালোঁ, বাতৰি কাকতত ফটো উঠালোঁ, মালা পিন্ধালোঁ, সভা-সমিতি, গহনা, সুগন্ধি ঘাঁহ··· হাঁয় হায়! মইতো ধ্বংস হৈ গ'লোঁ।

: সেয়া ঠিকা নাছিল? —ৰূপবতীৰ চকুৰপৰা দপদপকৈ জুই ওলাবলৈ ধৰিলে— তেন্তে তই আমাৰ ইয়াত কি কৰিবলৈ আছ?

: চাই-চিন্তি কথা ক'বা, মই তোমাৰ ভাবী স্বামী।

: চালা কুষ্মচ। গাধ।

: মইতো তোমাৰ ধব্ব্। তোমাৰ প্ৰিয়তম।

: কটা নিধক।

ৰূপবতীয়ে হাতত বেতডাল তুলি ল'লে। শেঠজীয়ে এডাল টাঙোন আৰু এজন লগুৱাই হাতত এডাল নিকপকপীয়া বাহ লৈ খেদি আহিল। মই ইপিনে-সিপিনে চাবলৈ ধৰিলোঁ। কিন্তু সকলোবোৰ দুৱাৰেই বন্ধ আছিল· কোঠাত খিৰিকি এখনো নাছিল ··গতিকে



## টপ প্ৰেছ

কালি সবাক 'গাধটো গুৰুতৰভাৱে আহত হ'ল। তাৰ ভালে-কেইডাল হাড় ভাঙিল। ভৱিতো সাংঘাতিকভাৱে মাৰ খোৱাৰ চিন

ফুটি উঠিল। দুৰ্বৃত্তহঁতৰ কোনো নাম ঠিকনা জানিব পৰা হোৱা নাই। পুলিচে বৰ্তমান তাক পশু চিকিৎসালয়ত ভৰ্তি কৰাইছে। ডাক্তৰৰ ৰায় অনুসৰি তাৰ অবস্থা সংকটজনক। সম্ভৱ এই আঘাতৰ বাবে সি ইহলীলা সম্বৰণ কৰিবও পাৰে। সি যি কি নহওক, পূৰ্ণ গতিত চিকিৎসা অব্যাহত আছে। পঢ়ুৱৈ সমাজে ইয়াৰ আৰোগ্যৰ বাবে প্ৰাৰ্থনা কৰে যেন। যদি ই আৰোগ্য হৈ উঠে, তেন্তে নিশ্চয় আপোনালোকৰ সেৱাত উপস্থিত হৈ মনোৰঞ্জন কৰিব। নমস্কাৰ।